SANDHYA DEEPAR DIARY"—An Assamese Novel, written by Tarulata Dutta Barua, and Published by Sri Niharendra Choudhury, Granthapeeth, Panbazar Gauhati—781001. Price Rupees Eightonly

প্ৰকাশক—
শ্ৰীনীহাৰেন্দ্ৰ চৌধুৰী
গ্ৰন্থপীঠ
পানবজাৰ
গুৱাহাটী—৭৮১০০১

মূল্য—৮·০০ ( আঠ টকা )

প্ৰথম প্ৰকাশ—নৱেম্বৰ ১৯৭৮

ছপা—
নিউ মুদ্ৰণী
কলিকতা—৬
আৰু
ৰবীন্দ্ৰনাথ ঘোষ
নিউ মানস প্ৰিণ্টিং
১/বি, গোৱাবাগান ষ্ট্ৰীট
কলিকতা—৬
বেটু পাত
ৰিপ্ৰোগ্ৰাফিক আৰ্ট
কলিকতা

# পাতনি

কুমুদবাজখোৱাৰ পত্নী সন্ধ্যাদীপ বাজখোৱাক এদিন পুৱা তেওঁৰ বাসভৱনৰ আগফালৰ বাৰান্দাত মৃত অৱস্থাত পোৱা গৈছিল। এই মৃত্যু আছিল হত্যাকাণ্ড।

সুন্দৰী সন্ধ্যাদীপৰ বয়স চল্লিশৰ তলত। দেখাত ত্ৰিশৰ ওপৰ নাই হোৱা যেন লাগে। চহৰৰ সুন্দৰী আধুনিকা শিক্ষিতা সকলো ছোৱালী বোৱাৰীৰ সুন্দৰী সন্ধ্যাদীপ ঈৰ্ষাৰ আছিল। ঈৰ্ষাৰ আছিল এইবাবেই চেহেৰাটো আছিল তেওঁৰ নিষ্পাপ এপাহ ফুলৰ দৰে। বয়সে তেওঁক চুব পৰা নাছিল। এতিয়াও তেওঁ ইচ্ছা কৰিলে যি কোনো পুৰুষক সাত পাক ঘূৰাই নচুৱাব পাৰে। আনকি বয়সত তেওঁতকৈ সৰু যুৱককো।

এই হত্যাকাণ্ডৰ নায়িকা তেওঁৰ কন্যা সন্তান সীতা হব পাৰে বুলিয়েই সকলোৰে সন্দেহ। কোনে জানে মলয়াও তো হব পাৰে। কিজানি তেওঁৰ স্বামীয়েই সুন্দৰী স্ত্ৰীক হত্যা কৰিছে। আনহাতে পৱনকো সন্দেহ হয়।

সন্ধ্যাদীপৰ লগত নিবিড় সম্পৰ্ক থকা সকলোৱে এক এক কৰি প্ৰাণ হেৰুৱালে। আনকি এই ঘৰৰ লগত সম্পৰ্ক থকা এজন প্ৰফেচাৰ আৰু এজন ডাক্তৰে ও প্ৰাণ হেৰুৱালে। প্ৰাণ হেৰুৱালে হত্যাকাণ্ডৰ বলি হৈ। অনুসন্ধান চলি আছে। নাম থকা ডিটেক্টিভ, পুলিচৰ কুকুৰ লাগি আছে। কিন্তু এতিয়ালৈকে এই হত্যাকাণ্ডৰ কোনো সূত্ৰ বিচাৰি পোৱা নাই।

তেওঁলোকৰ ঘৰৰ বাহিৰা ছোৱালী মিনুৱৰী লাহন, মালি দাবোৱান আইতাৰ কোনো বাদ পৰা নাই। কিন্তু তেওঁলোকৰ পৰা একো মামলা পোৱা নাই।

পুলিচৰ বেকা জেৰাৰ পৰা মাখোন বাদ পৰিল গোলাপী। গোলাপী

সীতাৰ বন্ধু। এওঁলোকৰ বন্ধুত্ব একেদাল নলীয়েদি পানী যোৱা বন্ধুত্ব। কোনোবা এখন কলেজৰ চৌকিদাৰৰ ছোৱালী গোলাপীক সীতাই সৌভাগ্যৱতী বুলিভাবে। মাকে গোলাপীক মৰম কৰা দেখিলে সীতাৰ এই ভাব আহে। মাকক গোলাপীয়ে বন্ধুভাবে পোৱা দেখিলে সীতাৰ মনটো শূন্য শূন্য লাগে।

সন্ধ্যাৰ প্ৰত্যেকটি সন্তানেই আছিল অসহজ, অশান্ত। সিহঁতক পৰিবেশে অসহজ ভাবে বিভিন্নৰূপে গঢ় দিলে। সন্ধ্যাৰ যমজ সন্তান সীতা ও মলয়া দুয়ো ভিন্ন স্বভাৱৰ। সীতা হল চঞ্চল কৌতুহলী। তেওঁৰ হৃদয়ত বৈ আছে এটি শান্তিৰ নিজৰা। এই নিজৰাত আনে ডুব দি শীতলতা বিচাৰি লব পাৰে, কিন্তু তেওঁৰ জীৱন লৈ এই নিজৰায়েই প্ৰলয়ৰ বান আনে। এই নিজৰাত ডুব দি মৃত্যুবৰন কৰিব খুজিছে ডঃ আশীৰ্ব দত্তই।

মাকৰ মৃত্যুৰ ছবি দেখি আতঙ্কিত হৈ লৰি পলাই যোৱা মলয়া কিছুদিন ডঃ আশিষ দত্তৰ ঘৰত আশ্ৰয়ত নিৰাপদ ভাবে আছিল গৈ। সকবে পৰাই মলয়া আছিল অস্বাভাৱিক। তেওঁৰ দৃঢ় ধাৰনা কৃষ্ণক তেওঁপতি ৰূপে পাব। তেওঁৰ সৰ্বান্ত কৰনৰ আহ্বানত কৃষ্ণ নাহি নোৱাৰে। ইযালে এইটো যুৰবে মলয়াই পঢ়াত সদায় সু-নাম আৰ্জন কৰি আহিছে। কৃষ্ণ ও পাঠ্য-পুথি লৈয়েই মলয়াৰ সংসাৰ। বাকী সকলোতে মলয়া অহল্যা।

সীতাই মলয়াক মাতি পঠোৱাত—বান্ধৱী এজনীক মাকে আনি বলৈ যাওঁতে লগতে মলয়াও আহিছিল। মলয়া আহি ঘৰ পাওঁতে ৰাতি পুৱাবলৈ আৰু বেচি সময় নাই। পুৱা ফুৰা মলয়াৰ সকবে অভ্যাস। সেয়ে তেওঁ বাহিৰৰ লনতে ইকাল সিকাল কৰি ফুৰিলে। তাৰ পাচত বকুল জোপাৰ তলতে অকনমান বহিল। এই ঠাইত সীমাত থকা নাহৰ গছৰ ছা পৰি আছে। ঠিক সেই সময়তে মলয়াই দেখিলে মাকৰ বেডৰুমৰ বাহিৰ ফালৰ দুৱাৰ খুলি মাক আৰু কোনোবা এজন ওলাই আহিছে। মলয়াই লাহেকৈ গছৰ আৰ ললে। মানুহ জন ওলাই গৈ বাটৰ মুৰ পোৱালৈকে মলয়াই সেই ফালে চাই থাকিল।

এনেতে হঠাৎ ভিতৰ ফালে গুলিৰ শব্দ শুনি ঘূৰি চাই দেখে মাক ছুখোজ আগবাঢ়ি গৈ ঢলি পৰিছে। মলয়ামাকৰ ওচৰলৈ লৰি গল। লৰি গৈ মাকৰ ওচৰ পায় থমকি বৈ গল। কিবা কৰ খুজিও কৰ নোৱাৰিলে। অলপ অসুস্থ মলয়াই এইবাৰ আতঙ্কিত ভাবে ভাবিলে মাকৰ কৰোবাৰ হাতত মৃত্যু হল। মাকৰ সোবোৰ ৰঙা তেজ। তাই মাকৰ ওচৰত। আইনে তাইক বান্ধিব। মানুহৰ সমালোচনাৰ তাই বিষয় হব। সকলো মানুহৰ ঘৃণাৰ দৃষ্টিয়ে তাইক বিন্ধিব খুচিব। সেই চকুবোৰ কি ভয়ঙ্কৰ। কি নির্ম্মম।

এই চকুবোৰৰ দৃষ্টিৰ পৰা ৰক্ষা পাবলৈ মলয়াই পলাবলৈ পথ বিচাৰি ভিতৰ ফালে কৰিডৰেদি লৰি গল। লৰি যাওঁতে হঠাৎ কাৰোবাৰ গাত খুন্দা মাৰিলে। অপ্ৰত্যাশিত এই খুন্দাত সিজনৰ হাতৰ পৰা সৰি পৰা বিভল ভাবটো বুটলি লৈ মলয়া আকৌ বাহিৰ ফালে লৰি আছিল ···।

মলয়া গৈ সক ষ্টেশনটো সন্ধ্যাসময়ত কেনেকৈ পালেগৈ জনা নাযায় এই ষ্টেশনতে উজনীলৈ যোৱা বেলখনত কোনো উদ্দেশ্য নোহোৱাকৈ যে মলয়া উঠি পৰিল সেই কথা মলয়াৰ কথাৰ পৰাই গম পোৱা গল।

দেখিলেই নিষ্পাপ নিষ্পাপ লগা কম বয়সীয়া এই সুন্দৰী ছোৱালী জনী যে মানসিক ৰুগী এইকথা তেওঁৰ ব্যৱহাৰ আৰু কথাৰ পৰা গম পোৱা যায়। সেই ডবাত থকা মাধুৰী ও তেওঁৰ স্বামীয়েও এই কথা বুজিছিল। শান্ত মুখ মধুৰ হাঁহিৰ ফুল ফুল লগা কোমল মুখৰ ছোৱালী জনীৰ সাজ পাৰ ও আঙুলিত থকা হীৰাৰ অঙ্গিঠিটোৱে প্ৰমান কৰিছিল ছোৱালী জনী কোনো আভিজাত পৰিয়ালৰ। ধনীলোকৰ আদৰৰ কন্যা।

ধনীলোকৰ আদৰৰ কন্যাটিৰ কথাৰ কোনো আগগুৰি নাই। লুকুৱাই থোৱা বিভলভাবটো উলিয়াই নিজক কোৱাদি কলে ই বন্ধু আৰু ই শত্ৰু ও।' তাৰ পাচত মাধুৰীক সুধিলে—'আপোনাক এইটো লাগেনে? মাধুৰীক তেওঁ কলে—'মই আপোনাৰ লগত যাম। আপুনি যলৈ যায় মই তালৈকে যাম।'

শাহ জা বৰজনাৰে মাধুৰীৰ পূৰ্ণ সংসাৰ। ছোৱালী জনীক লৈ গলে কোনে বা কি কয়। তাতে শাহুৱেক অলপ কঠোৰ প্ৰাণৰ। দেওৰেক ডঃ আৰ্শীষ এৱো অলপ বেলেগ ধৰনৰ। দুৰ্ব্বলতা বোলা কোনো কথাই তেওঁৰ অন্তৰত নাই। পোন বাটত থকা, পোন কথা কোৱা তেওঁৰ স্বভাৱ। মানসিক ৰুগী হলেও এনে এজনী ছোৱালী লৈ গলে বা কি কয়।

কাগজে কাগজে প্ৰকাশ হোৱা সন্ধ্যাদীপৰ মৃত্যুৰ বাতৰিটো বেলৰ ডবাতে মাধুৰীয়ে দেখা পাইছিল। সন্ধ্যাৰ কাগজত দিয়া ফটো খনৰ লগত—এই ছোৱালী জনীৰ মুখৰ অদ্ভুত মিল আছে। তেওঁ সন্ধ্যা তেওঁৰ মাহীমাক বুলি কৈছে। মৰিল ভালেই হল বুলি কৈছে।

আৰ্শীযে কলে—এনে এজনী ছোৱালী লৈ আহি লগতে বিপদ এসোপাও লৈ আহিছে। পুলিচত সোধাই দিব লাগে। কোমল প্ৰাণৰ মাধুৰী ও তেওঁৰ জাক সবিতাই সকলোকে খাতিৰ খাতিৰ কৰি ছোৱালী জনীক ডাঃ দত্তক দেখুৱালে। তেৱো কলে ছোৱালী জনী মানসিক ৰুগী।

হঠাৎ এনিশা ডঃ আশীষদত্তৰ প'দূলিতে কুমুদ বাজখোৱাকো কোনোবাই হত্যা কৰে। একেজন হত্যাকাৰীৰ হাততে এওঁৰো প্ৰাণ যোৱা বুলি প্ৰমাণিত হয়।

মৃত দেউতাকক দেখি মলয়া জিকাৰ খাই উঠিল। তৎক্ষণাত মাকৰ মৃত্যুৰ ছবি চকুত ভাঁহি উঠিল। পুলিচৰ ওচৰত স্বীকাৰ কৰিলে তেওঁ কুমুদ বাজখোৱাৰ কন্যা। সকৰে পৰাই তেওঁ হোষ্টেলত থাকি পঢ়িছিল। মাকৰ মৃত্যুৰ ছবি দেখি তেওঁৰ যে কি হৈছিল……। তেওঁ ঘৰ এৰি লৰি পলাই আহিছিল……।

সন্দেহ জনক বুলি কাগজে কলমে মলয়াক আইনে গ্ৰেপ্তাৰ কৰিলে। ডাঃ দত্তৱেই জামিনত ললে। ইয়াৰ পাচত মলয়া ঘৰলৈ আহিবলৈ লওঁতে ডঃ আৰ্শীষদত্তই তেওঁক ঘৰত সোধাই থৈ যাবলৈ আহিল।

ইমান দিনে ৰহস্যৰ পৰা ৰহস্যময় হৈ উঠা দুৰ্নামৰ ঘৰখনত সোমাই

আশীৰ্ব বেহুত আৱদ্ধ হল। কবিতাৰ ছন্দৰ দৰে, শান্তিৰ নিজৰাৰ দৰে সীতাই আলফুলে ডঃ আশীৰ্বক বেহুত ভৰাই প্ৰশ্ন কৰিলে—'তোমাক কাক লাগে—? তোমাৰ হৃদয়ে দুয়োজনীকে বিচাৰিছে। মই কিন্তু মুক্ত হৈ থকা নাই। এজনৰ ওচৰত মই আৱদ্ধ হৈ আছো।

অম্লান স্বভাবৰ ভীষ্মৰ দৰে অচল মনোবলৰ আৰ্শীষৰ মনত মৃদু জোকাৰণি আৰ্শীষে অনুভৱ কৰিল। নিজৰ মনলৈ ভুমুকীয়াই চাই আৰ্শীষে মনতে ক'লে—মোক উৎসাহ লাগে। মোক আনন্দ লাগে। সীতা আনন্দ, উৎসাহ ও শক্তি।

শিশুৰ পবিত্ৰতাৰে পৰিপূৰ্ণ নিষ্পাপ মুখৰ মলয়ালৈ চাই ইকালে আৰ্শীষে উপলব্ধি কৰিল আনন্দৰে আগবাঢ়ি যাওঁতে সংসাৰ দুদিনৰ এইকথা সম্পূৰ্ণ পাহৰি যোৱা অনুচিত।

আৰ্শীষৰ হাঁহিৰ শব্দ ধ্বনিত সীতাৰ বুকুত হাজাৰ পাহ চম্পাফুল ফুলে। সেই ফুলৰ মধুৰ ভৰতে সীতাই অত্যন্ত কষ্ট অনুভৱ কৰে। তথাপি আৰ্শীষক লৈ ঘৰ বন্ধাৰ কল্পনা কৰিব নোৱাৰে। ইয়াৰ কাৰণ পৱন।

কৌতুহলী সীতাই এদিন নিশা আবিষ্কাৰ কৰিছিল সুদৰ্শন পৱনৰ লগত মাকৰ গোপন সম্বন্ধ আছে। সেই সম্বন্ধ হৃদয়ৰ নহয় দেহৰহে। এনে সম্বন্ধৰ দৃশ্য দেখি সীতাৰ মাকৰ ওপৰত খং উঠা নাছিল। মাথোন নিজৰ দেহৰ বন্ধে বন্ধে মধুৰ অথচ কষ্টকৰ এক শিহৰণ অনুভৱ কৰিছিল।

সেই নিশাই পৱনৰ কোঠাত সীতাই নিজ ইচ্ছাত পৱনৰ পুৰুষত্বৰ ওচৰত নিজৰ সতীত্ব বিসৰ্জন দিছিল। শেষলৈ প্ৰতি নিশা সীতা পৱনৰ গোপন সাক্ষাৎ হোৱা অভ্যাসত পৰিণত হৈ পৰিছিল। আৰ্শীষক পাই সীতাৰ এনে লাগিছে—ধুনীয়া পৱন তাইক গ্ৰাস কৰিবলৈ মুখ মেলি থকা বিষাক্ত অজগৰ এটা মাথোন।

'মাৰ দোষতে এনে হবলৈ পালে' বু'ল সীতাই আৰ্শীষক সকলো কথা কৈ কলে—'মাক মই সহজ ভাবে লব পৰা নাছিলো। মাৰ জীৱিত অৱস্থাতে মই মাৰ ডায়েৰী পঢ়িছিলো। তিনি যাব পঢ়িলো। সেই ডায়েৰীৰ সকলো কথাই মই কবিতা লোৱাৰ দৰে পাই যাব

পাৰো। কিন্তু আভৰনহীন ভাবে লিখা এই ডায়েৰীৰ কথা মই তোমাক মুখেৰে নকওঁ। কাৰণ সেই কথা মাৰ কথা। তুমি নিজে পঢ়া।'

'তুমি নিজে পঢ়া' বুলি সীতাই শুই থকা আৰ্শীৰ বুকুৰ ওপৰত তুলি দিয়া ডায়েৰীখনকে মই 'সন্ধ্যাদীপৰ ডায়েৰীৰ আগৰ কথা—'অশান্ত ঘূৰ্ণীৰ সন্ধ্যা কুমুদ ৰাজখোৱা সীতা মলয়া আৰ্শীৰ পবন ইঁতৰ কথা সামান্য ভাবে ইয়াত উল্লেখ কৰিছো মাত্ৰ। কিয়নো অশান্ত ঘূৰ্ণী পঢ়া সকলে ও নিশ্চয় আধাশুনা কথা ইমান দিনে পাহৰিছিল। নপঢ়া সকলেও থুলমূলকৈ কোৱা এই কথাৰ পাচত সন্ধ্যাদীপৰ ডায়েৰী বুজিবলৈ সুবিধা পাব।

'অশান্ত ঘূৰ্ণী' পঢ়া বহুতো লোকৰ প্ৰশ্ন মাথোনে একেটাই আছিল---'সন্ধ্যাদীপৰ ডায়েৰী কেতিয়া ওলাব?' মই 'এই ওলাব এই ওলাব' কৰি আছিলো এনেয়ে কিয়নো মই শ্ৰীযুত মুনিন্দ্ৰনাৰায়ণ দত্ত বৰুৱৰ পৰা কোনো সঠিক উত্তৰ পোৱা নাছিলো। প্ৰথম অশান্ত ঘূৰ্ণীৰ কাম হাতত লওঁতে তেখেঁতে কৈছিল—তিনিমাহৰ পাচতে দ্বিতীয় খণ্ড প্ৰকাশ কৰিব। কিন্তু কাৰ্য্যত সেয়া নহল। এইবোৰ ব্যৱসায়ৰ কথা। মোৰ কথা মাথোন লিখা আৰু প্ৰকাশ হোৱা বাঞ্ছাকৰা। এনে হোৱা বাবে মই অত্যন্ত দুঃখীত। কাৰণ সময়ত আপোনালোকৰ হাতত মই সন্ধ্যাদীপৰ ডায়েৰী তুলি দিবলৈ সক্ষম নহলো। শ্ৰীযুত নীহাৰেন্দ্ৰ চৌধুৰীয়ে ইমানতে এই গ্ৰন্থ আপোনা-লোকৰ হাতত তুলি দিয়াৰ ভাৰ লোৱা বাবে তেখেঁতৰ ওচৰত মই কৃতজ্ঞ।

ইয়াৰ পাচত আকৌ আপোনালোকক লগ কৰি সীতা মলয়া আৰ্শীৰ সমস্যাৰ কথা কম বুলি ভাবিছো। কিয়নো সীতাৰ মতে সীতাৰ গ্লানিৰ কাৰণ সত্যব্ৰত। তেওঁৰ গৰ্ভত সত্যব্ৰতৰ তেজ। পলে পলে গঢ়লৈ আহিছে মানৱ শিশু ৰূপে। মলয়াইতো দৃঢ় স্বৰৰে কৈছে মিছা কথা। সীতাৰ স্বাস্থ্যৰ বিশেষ হানি হোৱা নাই যদিও সীতাৰ টিউমাৰ হৈছে। অলপতে আন্দো প্ৰচাৰ কৰিব।

আৰ্মীৰ বাহুত গুলি পৰিলহি কৰপৰা। পৱনকেই সন্দেহ হয় যদিও পৱনকতো হত্যাকাৰী বুলি প্ৰমাণিত কৰিব পৰা নাই। সমাজৰ চকুত এতিয়াও সন্ধ্যাদীপ ও তেওঁলোকৰ ঘৰৰ লগত সমন্ধ জড়িত লোক সকলৰ হত্যাকাৰী ধৰা পৰা নাই। এই হত্যাকাণ্ডৰ নায়ক নে নায়িকা তেওঁকতো বিচাৰি উলিয়াবই লাগিব। তেওঁৰ ফাঁচি হবই। এতিয়াও পুলিচ পক্ষ, ডিটেকটিভ, পুলিচৰ কুকুৰ সকলো ব্যস্ত। আৰু মহন্তয়ো বিচাৰিহে হত্যাকাৰা ধৰা পৰক আৰু তেওঁৰ ফাচি হওঁক।

'তক'

ডিব্ৰুগড়।



সীতাই শুইথকা আশীৰ্বাদ বুকুৰ ওপৰত তুলি দিয়া শকত বহীখন তেওঁ লাহেকৈ চকুৰ আগত তুলি ধৰিলে। চিনাকী গন্ধ এটি আহি তেওঁৰ নাকত লাগিল। তেওঁ বুজিলে বহীখনত চেন্ট দি থোৱা আছে। সেই চেন্ট সীতাই ব্যৱহাৰ কৰে।

প্ৰথম পৃষ্ঠাত লিখা আছে—'মা তোমাক মই মৰমৰে যত্ন সহ থৈছো। তুমি তোমাৰ সকলো বস্তুতে চেন্ট ঢালা। সেয়ে মই প্ৰতিদিন বহীখনৰ পাতত চেন্ট দিও। তুমি সজীৱ হৈ থাকা। তুমি যি চেন্ট ব্যৱহাৰ কৰা সেই চেন্টেই আজি কালি মই ব্যৱহাৰ কৰো। তোমাৰ ডায়েৰীৰ পাততো দিও।

দ্বিতীয় পৃষ্ঠা লুটিয়ালে। তাত জ্যোতিপ্ৰসাদৰ কবিতা এটিৰ এফাকি কথা লিখা আছিল—'সুন্দৰে যে-ফুলাৰ মন্ত্ৰ অহোৰাত্ৰী মাতে

সেয়েহে ইমান ফুল প্ৰভাতে প্ৰভাতে।'

তৃতীয় পৃষ্ঠা লুটিয়ালে। তাত শৰাই এখন অঁকা আছিল আৰু সেই শৰাইৰ ওপৰত দুখন হাত একেখন হোৱা। এখন পুৰুষৰ হাত, আন খন মাইকী মানুহৰ থাক পিন্ধা হাত। শৰাই খনৰ তলত লিখা আছিল সন্ধ্যাদাপ বৰুৱা। চৌবিশ ফাগুন। তাৰ তলত অলপ ঠাই এৰি লিখিছিল—

মোৰ নাম সন্ধ্যাদীপ বৰুৱা। এতিয়ালৈকে মই বৰুৱা হৈ আছো। আজি মোৰ বিয়া। লগ্ন নিশা দুই বজাত আছে। এই মধুক্ষনতে মই হম সন্ধ্যাদীপ বাজখোৱা। দেউতাই মোক দিয়াৰ ক্ষেত্ৰত বহুতো বাচি-বিচাৰি এওঁকে উপযুক্ত বিবেচনা কৰিলে। এওঁৰ সকলো আছে। উচ্চ পদস্থ চাকৰী। সুন্দৰ স্বাস্থ্য। দেখাতো সুদৰ্শন। এক কথাত কব পাৰি সু-পুৰুষ। নাম এওঁৰ কুমুদ বাজখোৱা।

এতিয়া পুৱা বেলা। বিয়া ঘৰৰ আনন্দ কল্লোলৰ মাজতে মই ডায়েৰী লিখিবলৈ বহিছো। এই বহীখন মোৰ লগত দিবলৈ অনা বস্তুৰ লগত দেউতাই আনিছিল। এই পেইনটোও। অলপ আগতে এনে জাতীয় বস্তুৰ বাকচ এটা আনি মোৰ আগত দিছিলহি। তাত বেজি, সূতা, ডেটল, বাবনল, গজাল আৰু আনো কি কি আছিল। মই

বহী খন হাতত লৈ মোৰ ওচৰত থকা সকলক উদ্দেশ্য কৰি একো নম্বৰাকৈ এনেয়ে সুধিলো—'বহী খনৰে মই কি কৰিম ?' কোনোবা এগৰাকীয়ে কলে—'খোৱা খুৱীৰ নিশাৰ পৰা ডায়েৰী লিখা অভ্যাস কৰিবা।' শুনি মোৰ বেচ লাগিল। সেই নিশালৈ মই বৈ থাকিব নোৱাৰিলো। আজিৰ পৰাই আৰম্ভ কৰিলো।

আজিৰ এই দিনটো মোৰ জীৱনৰ অবিস্মৰণীয় দিন। একফালে মনটো অজান-পুলকে ভৰিউঠিছে। আন-ফালে কি এক অজান-ভয়ত বুকুখন দুক-কপিছে। নিজকে প্ৰবোধ দি অস্ফুট স্বৰে কৈছো—ভয় কৰিব লগীয়াতো একো নাই! ভগবানে মোৰ কপালত এখন সু-নামৰ সুন্দৰ ঘৰ লিখি ৰাখিছিল। শুনিছো শাহু বৰ মৰমীয়াল। 'জান' 'সোন সম্বোধনেৰেহে সক বা সমনীয়াক মাতে। ঘৰত কাম কৰা বাহিৰা মানুহক পৰ্য্যন্ত। এনে স্থলত মই ভয় কৰিব লগীয়া কি আছে। মই তেখেতৰ বৰ বোৱাৰী হৈ তেঁখেতৰ ঘৰত ভৰি দিমগৈ। তেঁখেতে মোক লক্ষ্মী আদৰি নিয়াৰ দৰে আদৰি নিব। ভবিষ্যতলৈও তেঁখেতে নিশ্চয় এনে মৰম এনে হেপাহৰেই চাব। শহুৰ বোলে মানুহ নহয়-দেৱতা। লোকে তেখেঁতক সদা-শিৱ বোলে। শিৱ যেন মানুহ জন কবিতা লিখা মানুহ। তেখেঁতৰ বুকু কবিতাৰ ছন্দৰে ভৰি আছে। মোক লৈ বাক তেখেঁতে কেতিয়াবা কিবা লিখিবনে? মই তেখেঁতৰ বংশৰ মাজেদি ভৱিষ্যত বংশলৈ শান্তিৰ নিজৰা হৈ বৈ যাম।

ননন্দজনী ভজন বৰগীত গোৱা ছোৱালী। তেওঁ নিশ্চয় এপাহ ফুলৰ দৰে পৱিত্ৰ মন প্ৰাণৰ। মোক নিশ্চয় ভালপাব। ময়োতো তেওঁলোকৰ বাবে প্ৰাণ দিম।

আৰু লিখিব নোৱাৰি। আজি মই কইনা। মই আজি এজুম জীয়াৰী বোৱাৰীৰ হাতৰ পুতলা। এওঁলোকে মোক সজাব পৰাব, মোক লৈ ফুৰ্ত্তি কৰিব। মোৰ ভাই-ভনী মা দেউতা, দাদা মামা সকলোৱে দোষ গুণ দেখুৱাই জোৰা নাম গাব। মই মোৰ বাবে সময় উলিয়াব নোৱাৰিম।

ভগবান তোমাক শতকোটি নমস্কাৰ। পৃথিৱী তোমাকো নমস্কাৰ॥

২৫ ফাগুন

যোৱা কালি মোৰ বিয়া হৈ গল। হোমৰ কাষত বহি থাকোতে হঠাতে এবাৰ মোৰ গা-মন জিকাৰ খাই উঠিছিল। পুৰুহিতৰ মন্ত্ৰ শুনি থকা অৱস্থাতে মোৰ কেনে যে লাগিছিল! লগুণ গাঠিৰ থাবা বান্ধ খাই ওচৰতে বহি থকা দৰা কুমুদক দেখোন হঠাতে মোৰ মাংসাহাৰী জন্তু যেন ভাব হল। মই হঠাৎ অন্যমনস্ক হৈ পৰিলো। বুকুৰ ভিতৰৰ পৰা কোনোবাই যেন মোক কলে—'তই এতিয়াৰ পৰা জন্তুৰ আহাৰ হলি। অহা বছৰৰ ঠিক এই মাহতেই হয়তো তই সন্তানৰ মাতৃ হবি। সিও তোৰ তেজ শুহি খাব। তই আৰু তোৰ হৈ থকা নাই।'

ওচৰতে বহি থকা দেউতালৈ মই বৰ অসহায়-ভাবে চাইছিলো। দেউতাই পুৰুহিতৰ ফালে চাই আছিল। সেয়ে দেউতাই মোৰ আতঙ্কিত মুখ দেখা নাপালে। যেনেকৈ হঠাৎ এনে অস্বস্ত ভাব মনলৈ আহিছিল—ঠিক তেনেকৈ অলপ পাচতে হঠাৎ এই ভাব হেৰাই গল। সেয়া—কন্যাপক্ষৰ 'ডেলী' নামৰ ছোৱালী জনীয়ে 'সীতা' বুলি মোক সম্বোধন ধৰি কিবা গাইছে।

হোমাগ্নিৰ কাষত 'সীতা' নামটো বৰ-পবিত্ৰ যেন লাগিছিল। নিজকেও পবিত্ৰ যেন লাগিল। সেই মুহূৰ্ত্তত ভাবিলো—প্ৰথম সন্তান ছোৱালী হলে 'সীতা' নাম দিম।

২৬ ফাগুন

খোৱাখুৱীৰ ভোজৰ বাবে আজি আকৌ বহু মানুহ গোট খালে। মোৰ নতুন কোঠাত নতুন পালেঙত নতুন তুলি গাৰু লেপ আঠুৱা। মোৰ—প্ৰয়োজনীয় সকলো বস্তু নতুন। ন-জীৱনৰ পাতনি নতুনৰ সমাবোহবে। সকলো বোৰ বস্তু দামী আৰু সুন্দৰ! দেউতাই বি দিছে ভালবো ভাল চাই দিছে।

বিছনাৰ সকলো বস্তুৰেই আজি গোলাপী ৰঙৰ। নতুন ড্ৰেচিং টেবুলৰ ওপৰত নতুন ধূপদানীত একেলগে জলাই দিয়া ধূপ মুঠি জলি কোঠাত সুগন্ধ ছটিয়াইছে। ঘৰৰ পৰা দিয়া চেন্টৰ বটলৰ পৰা মই কোঠাৰ পৰ্দা বিছনা আদি সকলোতে চেন্ট চাল দিছো। অকল্পনভাবে

দিছো বাবেই ছটিয়াই দিছো বুলি কোৱা নাই। ঢালি দিছো বুলি কৈছো।

দৰা-কইনাক বহুৱাই খোৱাখুবাৰ যি-যত কৰিব লাগে কৰি পুৰুহিতে মোক ভিতৰলৈ পঠাই দিলে। মোৰ বিছনাখনত এজুমমান সৰু-ডাঙৰ ছোৱালী বহি আছে। দুগৰাকী মান কম বয়সীয়া বোৱাৰীকো বহি থকা দেখিলো। তেওঁলোক দৰা ঘৰৰ ওচৰ চুবুৰীয়াও দৰাৰ আত্মীয়-স্বজন।

মই মোৰ চুটকেচৰ পৰা বহীখন উলিয়াই লৈ বাথৰুমত সোমাই এইকন লিখিলো। কাপোৰৰে ঢাকি এইখন নি আকৌ চুট্‌কেচত ভৰাই থওঁগৈ। কালিলৈ যেতিয়াই সুবিধা পাম—তেতিয়াই আকৌ হাতত লম।

**২৭ ফাগুন**

কালি ফুলশয্যাৰ নিশা পাৰ হৈ গল। এই বিশেষ নিশা মানুহজনৰ পত্নী প্ৰেমৰ পদ্ধতীত অদ্ভুত আচৰণত মই অবাক হলো। শেষত অসুস্থ মানুহজন-ভাগৰি পৰিল। অৱশেষত মোক কলে— 'মই সৌখন-বিছনাত শোগৈ। তুমি শুই থাকা।'

**৩০ ফাগুন**

আশাৰ মাজেদিয়েই আৰু চুটা দিন বাগৰি গল। মোক তেওঁ কলে—তেওঁ বোলে ঔষধ এটা খাই আছে বাবেই এনে হৈছে। অন্য কিবা অসুখৰ ঔষধ। ঔষধটো খোৱা শেষ হলেই তেওঁ তেওঁৰ শক্তি ঘূৰাই পাব।

তেওঁৰ মানসিক শক্তিৰ উত্তেজনাৰ উৎপাতত মই প্ৰতি নিশা বিৰক্তিত ক্লান্ত হৈ পৰো। ইফালে ভয় ভয় ভাবৰ লগতে আশাৰে প্ৰতি দিন নিশাৰ প্ৰতিক্ষাত ৰওঁ। আশা কৰো—নিশ্চয় আজি সুন্দৰ ভাবে নিশা কটাব পাৰিম। তেওঁৰ স্বাভাবিক অৱস্থাৰ মাজেৰে— মোক তেওঁ হৃদয় দিব। মই ৰক্ষা পৰিম। কিন্তু কতা?

আজি জানো ফাগুনৰ কিমান দিন হল! দিন বাৰৰ হিচাব হেৰাই গৈছে। হেৰাই যোৱা কথাই। মোৰ কল্পনাৰ বহুঘৰাটি এইদৰেই

ভাঙি চুবমাব হৈ গল। আজি কালি আক আশা নকবা হলো। নিশাব স্মবণত আতঙ্কত মোব বুকু কপি উঠে। ভগবান এয়ে আছিল মোব সোনালী স্বপ্ন! মোব কপালত ইয়াকে লিখিছিলা। এদিন স্বামীক কলো—

'আপুনি বিয়া নকবোৱাই ভাল আছিল।'

'আজি যি মোক এনে কথা কলা। ভবিষ্যতে যাতে এনে কথা আক নোকোৱা। তোমাক কি লাগে?

সন্তান -?

দৈহিক তৃপ্তি—?

দুয়োটাই পাবা' কেনে এটা সুবেবে কথাষাব কৈ তেওঁ কোঠাব পৰা ওলাই গল।

* * *

এটা দুটা দিন নহয়!

এবছৰ দুবছবো নহয়।

মোব বিয়া হোৱা আজি সম্পূর্ণ চাবি বছৰ হল। এই কেই বছবব ভিতবত তেওঁক আক এদিনো তেওঁব অসুস্থতাব বিষয়ে একো কথা কোৱা নাই।

আজি চৌবিশ ফাগুণ। চাবি বছবব আগতে আজিব দিনটোতে মই আশা আক আনন্দবে এই বহীখনক ডায়েবী লিখিম বুলি হাতত তুলি লৈছিলো। ভাবিছিলো এই বহীত মই ফুল ফুলাব বতবা লিখিম। কিন্তু সেয়াতো নহল। বহীখন ইমান দিন বাকচব তলত পবি আছিল। আজি উলিয়াই লৈছো। বতবটো সেমেকা। মনটো কেনেবা কেনেবা লাগিছে। মই বব নিসঙ্গ বোধ কবিছো।

ননন্দজনীব বিয়াহৈ গল। দেওবজনো চাকবি লৈ দিল্লীত আছে। শহুবব মৃত্যু হল। শহুবে মোব কুমাবী জীৱনব সোনালী স্বপ্নভঙ্গব করুণ ইতিহাস লৈ কবিতা লিখি নগলেও ছন্দহাবা কবিতাব অস্ফুট আর্তনাদ এটি মনত লৈ গল। শেষব কালে তেখেঁতে মোক প্রায়েই সহানুভূতিবে কৈছিল—'মা তোমাক বব বিষয় দেখাইছে।' কেতিয়াবা

কয়—'তোমাৰ দৰে আৰু কত নিঃসন্তান নাৰী আছে। তুমিয়েইতো কেৱল পৃথিৱীৰ একমাত্ৰ দুৰ্ভগীয়া নাৰী নোহোৱা।

পিণ্ড খাবলৈ ?

বংশ ৰক্ষা কৰিবলৈ ?

এশ্ৰেণী পিতৃ-মাতৃক পুত্ৰ লাগে তেঁওলোকক বুঢ়াকালত খুৱাবলৈ বা সংসাৰ যাত্ৰাত সহায় কৰিবলৈ।

পূৰ্ব্ব জন্ম মনা মানেই পুনৰ জন্মও মনা। যদি আত্মাই পুনৰ জন্ম লয় তেন্তে সেই আত্মা পিণ্ড খাবলৈ কেনেকৈ আহে! পুত্ৰই এইফালে পিণ্ড-লৈ পিতৃ-মাতৃৰ আত্মাক আহ্বান কৰিলে সেই আত্মা পুনৰ জন্ম লোৱা দেহৰ ভিতৰৰ পৰা ওলাই আহি পিণ্ড খাই যায়হি নেকি ?

বংশ ৰক্ষা কৰিবলৈ বিনোদ আছে। তাৰ বিয়া পাতিব লাগিব। তুমি এটি পোষ্য পুত্ৰৰ কথা ভাবি চাবাচোন কেনে দেখা।'

এদিন্ন কৈছিল—'মই কুমুদক দ্বিতীয় বিবাহৰ কথাকৈ চাইছিলো। মই দ্বিতীয় বিবাহৰ পক্ষপাতি নহঁও। তাৰ মনটোহে চাইছিলো। সি দৃঢ় স্বৰে 'না' কৰিলে। মই ৰক্ষা পৰিলো।

শাহুৱে মোৰ মুখলৈ আশাৰে চাই চাই নিৰাশ হৈ মোৰ প্ৰতিয়েই শেষত তেঁখেত বিতুষ্ট হৈ পৰিল। মাজে মাজে চকুৰ জুইৰে ভস্ম কৰিব খোজাৰ দৰে মোলৈ চায়। সেই সময়ত যি কথা হয়, সেয়া কথা নহয়, শব্দ শৰ হৈ মোৰ বুকুত বিন্ধে।

এদিন এইকথা মই স্বামীক কৈ কলো—'দোষটো আপোনাৰ বুলি জনোৱাত বাৰু ইমান আপত্তি কিয় ?' মোৰ প্ৰশ্নত তেঁও অকনমান হাঁহিলে। বিচিত্ৰ এক হাঁহি। কেনে যেন লাগিল হাঁহিটো! মই আকৌ কলো—'এইদৰে হলেতো মই মাৰ ওচৰত থকাতো সম্ভৱ নহব। মই মাক সকলো জনাই দিম।'

'খবৰদাৰ।' তেঁও চকু পকাই ধৰি মাথোন এষাৰ কথাই কলে। মোৰ দীৰ্ঘ নিশ্বাস পৰিল। তাকে দেখি তেঁও আকৌ হাঁহিলে। তেঁওৰ এই হাঁহিয়ে মোৰ বুকুত খোচা দিলে। কেনে মাৰাত্মক বিষাক্ত হাঁহি! এই হাঁহিত মই আতঙ্কিত হলো। মোক মনতে যেন কোনোবাই কলে

—এই হাঁহিৰ অৰ্থ অতি সংঘাতিক। এই কোঠাটো এই হাঁহিত ইতিমধ্যেই বিষাক্ত হল।

ইয়াৰ দুই-তিন দিনৰ পাচত শাহুৱে মোক এখৰ মানুহৰ ঘৰলৈ-লৈ গল। চাহৰ টেবুলত তেখেঁতে ঘৰৰ গৃহিনী ও কন্যাক উদ্দেশ্য কৰি কলে—'এঁও হাঁহি মুখে সম্মত হৈছে। উপযাচি ছোৱালী চাবলৈ আহিল। বংশ পৰিয়াল চাইহে মই ছোৱালী আনিছিলো। এঁওৰ মনটো অতি সুন্দৰ, অতি পৱিত্ৰ মন।'

ঘৰত আহি স্বামীক কলো—'এতিয়া—?' অলপ বৈ আকৌ কলো —'মই বাক একো নকলোৱেই। আপোনাৰ দ্বিতীয় পত্নীৰ মুখত যদি সোপা দি ধৰ নোৱাৰে, তেতিয়া?' অৱশ্যে তেঁৱো যদি মুখেৰে একো নকয়—মায়ে এইবাৰ বুজিব।

পুতেকৰ মতামত নোলোৱাকৈয়ে মায়ে কাপোৰ গহনা চাবলৈ ধৰিলে। মায়ে জানে মই এই কথা স্বামীক কৈছো। অমত হলে নিশ্চয় কিবা কলে হেঁতেন। আৰ তাৰ লগত পুতেকক শুনাই বিয়াৰ কথা পাতে। বহাগত বিয়াৰ দিন চালে। তিনি বহাগত ভাল দিন আছে।

মোৰ জোৰোনত দিয়া অলঙ্কাৰ খিনি মই মাৰ হাতত দিলোহি। মায়ে প্ৰথমে মৃদু অপেত্তি কৰি শেষত হাতপাতি ললে। মই ভাবিলো —এই বিয়াই মোক উদ্ধাৰহে কৰিব। বিয়াৰ পাচত নিশাবোৰ অন্ততঃ পৃথক কমত, পৃথক বিছনাত শান্তিৰে শুব পাৰিম।

মাজতে এবাৰ ভাবিছিলো ঘৰলৈ গুচি যাওনেকি! এনেকৈ ভাবি আকৌ ভাবিলো এই ঘৰৰ পৰা এবাৰেই ওলাম। যিদিনা পৃথিৱীৰ পৰা যাম সিদিনা।

বহাগ মাহ—

ভাবিধ বোৰ লিখি ডায়েৰী লিখা নহল। এতিয়া মাজ নিশা। মই মোৰ কোঠাত অকলশৰে। বাহিৰত বৰষুণ। এই বহাগতে মোৰ স্বামীৰ বিয়াৰ দিন আছিল। মই ভাবি অবাক হৈছিলো তেঁও কিয় আকৌ বিয়া কৰাব খুজিছে! সন্তানৰ বাবে যে নহয় সেয়াতো

মই বঢ়িয়োক জানো। সেয়ে মই ভাবিলো নিশ্চয় সুন্দৰী নাৰীৰ প্ৰতি আসক্তিতে।

অৱশেষত তেঁও এদিন সকলোকে অবাক কৰি কলে—কোনেও তেওঁক ছোৱালী চাওঁতে তাৰিখ বাৰ ঠিক কৰোতে একো সোধা বা কোৱা নাছিল। সেয়ে তেৱো উপযাচি একো কোৱা নাছিল। তেওঁ বিয়াত অসম্মত।

মায়ে ধৰি ললে ময়েই কিবা এটা কৰিলো। মোক এনেকৈ ভৰাত তেওঁ এদিন মাক কলে—'তেওঁৰ একো দোষ নাই।' কি কথাত দোষ নাই, মায়ে বা কি বুজিলে নুবুজিলে তাৰৈ তেওঁ মন নকৰি ততাতৈয়াকৈ ওলাই গল।

আজি তেওঁ ঘৰত নাই। সেয়ে এই নিশাখন বহি বহি মই এই কাম কৰিব পাৰিছো। এই খনক ডায়েৰী বুলিব পৰা যাবনে নাযাব নাজানো। কিন্তু এইখন জীৱন কাহিনী বুলিব পৰা যাব-ই ঠিক।

কেতিয়াবা তেওঁ মোক কয়—'মই তোমাক হেৰুৱাব নোখোজো দীপ। মই তোমাক হেৰুৱাব লগীয়া হয় বুলি মাজে মাজে মোৰ বৰ ভয় হয়।' মই কলো—'কেনেকৈ হেৰুৱাব! নমৰো মানেতো মই আপোনাৰ কাষতে থাকিম।'

'কিমাননো বয়স তোমাৰ! তুমি সৰু ছোৱালী বুলি মই তোমাক বিয়া কৰোৱাত আপত্তি কৰিছিলো। এতিয়া তোমাৰ বয়স মাথোন উনৈশ বছৰ। এই বয়সতে তুমি হতাশ হৈ পৰিলা। সংসাৰৰ প্ৰতিও হয়তো নিৰাসক্ত হৈ পৰিছা। তোমাৰ বয়সৰ ছোৱালীয়ে ফ্ৰক পিন্ধি জাপিয়াই ফুৰে।'

এদিন কৈছিল—'দীপ মই তোমাক বাধ্যিক 'ডাইভোৰ্চ' কৰো। বাধ্যিক বুলিছো এইবাবেই মনৰ পৰা'তো তোমাক আঁতৰাব নোৱাৰো।'

মই তেওঁৰ গম্ভীৰ মুখলৈ চালো। তেওঁ কৈ গল—'তুমি নতুনকৈ জীৱন আৰম্ভ কৰা। তোমাৰ দৰে সুন্দৰী হাজাৰত এজনী কেতিয়াবা ওলাই। তোমাক বিয়া কৰোৱা লোক ওলাব। নহলে ময়েই সকলো

ঠিক কৰি দিম। তোমাৰ নাৰী জীৱন সাৰ্থক হ'ব। তুমি মাতৃ হবা। মই তোমাৰ হাঁহি মুখ চাব খোজো।'

কথাষাৰ কৈ তেওঁ বৰ লিৰ্ম্ময় ভাবে মোলৈ চাই থাকিল। ময়ো তেওঁৰ মুখলৈ চাই ৰলো। তেওঁৰ চকু মুখত তেওঁৰ বুকুৰ আঘাতৰ চিহ্ন। অজান কি এক ভয়ত হঠাতে মই দেখোন শিয়ঁৰি উঠিলো। সচাঁই মোৰ মুখত হাঁহি দিবলৈ বাক তেওঁ এনে কৰিবনেকি? মই তেওঁৰ বুকুৰ মাজত সোমাই উচুপি উঠিলো। 'মোক নালাগে'। মই কলো—'আমাৰ এই মিলন অস্থায়ী নহয়। অনন্ত কালৰ। জনমে জনমে মই আপোনাৰ।'

মোৰ কথা শুনি তেওঁ মোক জোৰেৰে বুকুত সাৱটি ধৰিল। তাৰ পাচত কিছু সময় অন্ধকাৰ মুখৰে মোৰ মুখলৈ চাই থাকি লাহেকৈ তেওঁ মোৰ কাষৰ পৰা আঁতৰি গল।

পোচাক পৰিবৰ্ত্তন কৰি অলপ পাচতে তেওঁ কেনিবা ওলাই গৈ সিদিনা নিশা পলমকৈ ঘৰলৈ ঘূৰি আহিছে। ঘূৰি অহাৰ পাচত তেওঁক দেখি এনে লাগিল—তেওঁ যেন কান্ধৰ পৰা গধুৰ ভাৰখন নমাই স্বস্তিৰ নিশ্বাস লৈছে। মোৰ মুখলৈ কোমল ভাবে চাই থাকি শুধিলে—

'এটা কথা সুধিম ঠিক উত্তৰ দিবা?'

'কোন দিনা মই মিছা কৈছো?'

'তুমি মোক কিমান ভাল পোৱা?'

এনে এষাৰ কথা সুধিব বুলিতো মই ভাবিব পৰা নাছিলো। মই মনে মনে থাকিলো। বৰ ভাল পাওঁ বুলি কলে মোৰ নিজৰে মূল্য নাই যেন লাগিব! আৰু যদি কওঁ—ভাল পাও বাবেইতো যন্ত্ৰনাময় নিশাৰ শেষত দিনৰ পোহৰত মই তেওঁলৈ কোমল ভাবে চাওঁ। এই চৰম পৰাজয়ক মানি লৈছো। তথাপি ন-কৈ জীৱনৰ পাতনি মেলাৰ কথা ভবা নাই। আঁতৰি গৈ শৰীৰটোকে ৰক্ষা কৰাৰ কথাও ভাবিব পৰা নাই। তথাপি ভাল নহবনেকি নিজক প্ৰকাশ কৰা!! এই কথা ভাবি মই তেওঁৰ মুখলৈ চাই নিৰবেই নিৰব ভাষাৰে তেওঁৰ কথাৰ উত্তৰ দিলো। তেওঁ কি বুজিল নুবুজিল নাজানো। অলপ পাচতে কলে—'মই যদি তোমাক তিলে তিলে হত্যা কৰো, তুমি মোক অভিশাপ নিদিবানে?'

এই বাবো মই মনে মনে থাকিলো। তেওঁৰ মুখলৈ অপলক নেত্রে মাথোন চাই ৰলো। তেওঁ মোৰ চকুত নিশ্চয় মোৰ হৃদয়ৰ ছবি দেখা পালে। সেয়ে তেওঁ মোৰ চকুত চুমা দি কলে— মই তোমাক বুজি পাঁও। সেয়েহে এনেকৈ কৈছো। তুমি জানো মোক বুজানে মুবুজা। মোৰ পৃথিৱীত তুমি হাঁহিৰ এপাহ ফুল হৈ ফুলি থাকিবৰ বাবে মই কি কৰিব পাৰা তুমি কল্পনাও কৰিব নোৱাৰা।'

সচাই মই কল্পনা কৰিব পৰা নাছিলো শেষত তেওঁ এনে এষাৰ কথা কব বুলি। কথাৰ পাতনিতে কৈছিল—'তুমি হিন্দু নাৰী। মহাভাৰতৰ যুধিষ্ঠিৰ কৰ্ণ ভীমৰ জন্ম ৰহস্য নিশ্চয় জানা। ধৃতৰাষ্ট্ৰ, পাণ্ড ও বিদুৰৰ জন্ম ৰহস্য ও জানা নিশ্চয়। বিচিত্ৰবীৰ্য্য ৰজাৰ এক দাসীৰ গৰ্ভত ব্যাসদেৱৰ ঔৰসত জন্মহোৱা বিদুৰৰ নাম লোকে শ্ৰদ্ধাৰেই লয়। কিন্তু তেওঁৰ জন্ম ৰহস্য? বিচিত্ৰবীৰ্য্যৰ দুই বিধবা পত্নী অম্বিকা অম্বালিকাই গৰ্ভধাৰন কৰিবৰ বাবে শাহুৱেকে অৰ্থাৎ শান্তনু ৰজাৰ পত্নী পদ্মগন্ধাই কি নকৰিছিল! দুই বোৱাৰী সন্তান সম্ভৱা হবৰ বাবেই শাহুৱেঁই আহ্বান কৰিছিল ব্যাসদেৱক। ব্যাসদেৱ ইফালে পদ্মগন্ধাৰেই পুত্ৰ। কিন্তু তেওঁৰ এই পুত্ৰৰ পিতৃ ৰজা শান্তনু নহয়।

ইফালে চোৱা সতী দ্ৰৌপদীলৈ। পঞ্চপতি থাকোতেও তেওঁ কৰ্ণকো পাবলৈ মনে মনে বাঞ্ছা কৰিছিল। সেই দ্ৰৌপদী হল সতী। তেনে সতী তুমিও হব পাৰা। তুমিও সতী কুন্তি হৈ জন্ম দিব পাৰা যুধিষ্ঠিৰ ভীমক। জন্ম দিব পাৰা ধৃতৰাষ্ট্ৰ, পাণ্ডুক।'

* * *

এই আৰম্ভ। প্ৰতি নিশাই তেওঁ মোক এনে ধৰনৰ কথা কবলৈ ধৰিলে। আজি তেওঁ ঘৰত নাই। থকাহলে' আজিও কলে হেঁতেন ব্যাসদেৱৰ ঔৰসত কেনেকৈ ধৃতৰাষ্ট্ৰ পাণ্ডুৰ জন্ম হৈছিল। শাহু পদ্ম গন্ধাইতো বংশ ৰক্ষাৰ বাবে দুই বিধবা বোৱাৰীক ভীষ্মৰ মন লবাবলৈও সজাই পৰাই ভীষ্মৰ কাষলৈ আগবঢ়াই দিছিল। ভীষ্মৰ মনত দেহত তেঁওলোকৰ ৰূপৰ শিখাই কপনি তুলিছিলনে নাই—তেওঁৰ শিৰা উপশিৰা বোমাঞ্চিত হৈ উঠিছিল নে নাই সেই কথাৰ বাখ্যিক ভুকে

নাপলে সুন্দৰী হওঁতে বা মাহীমাক পদ্মগন্ধাই। তাৰ পাচত ব্যাসদেৱৰ কথা পদ্মগন্ধাৰ মনলৈ আহিল।

প্ৰতি দিন তেওঁ এই একেখিনি কথাকে ,কৈ কৈ অৱশেষত তেওঁৰ বন্ধু প্ৰতুলৰ কথা কবলৈ ললে। তেওঁ মোক প্ৰতুলৰ দৃঢ় চৰিত্ৰৰ কথা কয়। সুন্দৰ গাৰ গঠনৰ কথা কয়। কোমল হৃদয়ৰ কথা কয়।

তেওঁ মোক অম্বিকা অম্বালিকা কৰিবলৈ সঙ্কল্প লৈছে। মোৰ অনুনয় বিনয় চকুৰ পানীয়ে ও তেওঁৰ এই সঙ্কল্প লবাব পৰা নাই। কেতিয়াবা নিশা হঠাৎ সাৰ পাই হয়তো দেখো তেওঁ মোৰ মুখলৈ বৰ অসহায় ভাবে চাই আছে। মই সোধো—' এনেকৈ কি চাইছে।'

'তুমি ইমান ধুনীয়া। তোমাৰ যদি সন্তান হয়—সেই সন্তান এপাহ ফুলৰ দৰে হব।'

তেওঁৰ এনে কথাত মোৰ দীৰ্ঘ নিশ্বাস পৰে। মোৰ দীৰ্ঘ নিশ্বাস পৰিলে তেওঁ যেন আনন্দিত হয়। তেওঁৰ মুখ দেখিলে সেই সময়ত এনে ভাব হয়। তেওঁ আকৌ কয়—'কোমল সৰু সৰু হাত দুখনিৰে তোমাৰ ডিঙিত কেতিয়াবা' হঠাৎ সি মৰমৰে সাৰটি ধৰিব। গালত চুমা দি কব-'মা, মোৰ মা।' নতুনকৈ গজা বগা কন কন দাঁত কেইটা জিলিকাই তোমাৰ চকুলৈ চাই হাঁহিব। সময়ত তোমাৰ মুখলৈ চাই উচুপিও উঠিব।'

তেওঁ এনেকৈ কলে মোৰ চকুৰ আগত কেলেণ্ডাৰত দেখা শিশু কৃষ্ণৰ ছবি এখন ভ'াহি উঠে। দুষ্ট লৰাটোৰ দুষ্টালিত মাকে কষ্টেকো শান্তিৰে থাকিব নোৱাৰে। মাকৰ কষ্টত সি আমোদ পায়। মধুৰ হাঁহি এটি মুখত লৈ সি মাকক আমনি কৰি আনন্দ লভি শেষত শান্ত শিশুৰ ৰূপ ধৰি মাকৰ কোলাত জপিয়াই পৰে।

মোৰ এনে লাগে ঠিক যেন তেনে এটি শিশুৰ উৎপাতত মই আক মা ভাগৰি পৰো। ইফালে গৈছে কিবা এটা পেলাইছে। সিফালে গৈছে কিবা এটা ভাঙিছে। লোকক আমনি দিয়াতেই তাৰ আনন্দ। কাৰণে অকাৰণে ইটো কোঠাত সিটো কোঠাত সি লৰি ফুৰিছে। দেউতাকক দেখিলেই কিন্তু সি মাটি এডোখৰ যেন হৈ পৰে।

উজুটিয়াই লৈ ফুৰিলে ও মাত নাই। দলিয়াই পেলাই দিলেও 'ও' শব্দটি নাই!

মই শিয়ৰি উঠো। এয়া মোৰ চকুত কি ছবি ভাহিছে। কিয় ভাঁহিছে! মই স্বামীকে কাতৰ অনুৰোধ কৰো। মই কওঁ—'আপুনি মোৰ শুদ্ধতা নষ্ট নকৰিব। মোৰ ধৰ্ম্ম নষ্ট নকৰিব। মোৰ আগত আৰু এনে কথা নকব।' মোৰ কথাত তেওঁ কলে—'ময়েই তোমাৰ ধৰ্ম্ম। তোমাৰ কথাৰ পৰা মই তাকেই বুজিছো। কিন্তু তোমাৰ শুদ্ধতা নষ্ট হব কেনেকৈ—? তুমিতো নিজ ইচ্ছাত ব্যভিচাৰ কৰা নাই। এয়া তোমাৰ ধৰ্ম্মৰ – অৰ্থাৎ তোমাৰ স্বামীৰ আশা আৰু অনুৰোধ। স্বামীকে আনন্দ দিয়া জনো পাপ - ?'

সেই দিনাৰ পৰা এনে কথা মাজতে কিছু দিন কোৱা নাই। আজি যাবৰ সময়ত তেওঁ আমাৰ বেডৰুমত দুখন ছবি আৰি গৈছে। এখন শিশু কৃষ্ণৰ। আনখন জন কেনেডিৰ।

শোৱাৰ আগতে মই এবাৰ কেনেডিৰ ফটো খনলৈ চাইছিলো। তাৰ পাচত শিশু কৃষ্ণৰ ছবিখনলৈ চাই থাকেতেই মোৰ টোপনি আহিল। মই সপোন দেখিলো - মই এখন সভাৰ ষ্টেজত বহি আছো। মোৰ গাত শুভ্ৰ সাজ। দেশে দহে মোক সম্বৰ্দ্ধনা জনাবলৈ আহ্বান কৰি আনিছে। মই এটি সু-পুত্ৰ জন্ম দিয়াৰ বাবেই এই সন্মানৰ শৰাই পাইছো। মোৰ পুত্ৰটি দেখাত কেনেডিৰ দৰে। দেহৰ উচ্চতাও সি-মানেই। তেওঁ আহি সভাস্থলিত ভৰি দিছেহি। তেওঁৰ তুলনাত মানুহবোৰক বৰ চাপৰ চাপৰ লাগিছে।

মোৰ ডিঙিত জনতাই পিন্ধোৱা ফুলৰ মালা ওলমিছে। মোৰ পুত্ৰৰ বাবে মই এইবাবেই আজি এই সন্মানৰ মালা পিন্ধিবলৈ পাইছো সি সুৰৰ অসুৰে (বাহী বজাই) অসুন্দৰক হত্যা কৰিলে। দুস্কৃতি অন্যায় অসহায়তাৰ বিৰুদ্ধে যুঁজি দেশত সুন্দৰক প্ৰতিষ্ঠা কৰিলে।

স্বভাবটি তাৰ এনে লোভ মোহ তাৰ একেবাৰেই নাই। উচ্চ পদ ধন দৌলত তাক একেবাৰেই নালাগে। সি অশেষ চেষ্টা সাধনা কৰিছিল মাথোন বাঁহীত এটি সুৰ ফুটাই তুলিবলৈ। সেই সুৰৰ এদিন জন্ম হল।

সি শুব শুনি ৰণমত্ত সৈনীকে হাতৰ অস্ত্র দলিয়াই দি শত্ৰুৱে শত্ৰুক মৰমৰ আলিঙ্গন কৰিছিল। সীমাৰ জাগ্ৰত প্ৰহৰীয়ে বন্দুক বোমা ধ্বংস কৰি দুয়ো পক্ষই সমকণ্ঠে বিশ্বই শুনাকৈ চিঞৰি কলে এই ধৰা মাথোন এখন ঘৰ। মাথোন এখন ৰঙ্গমঞ্চ। আমি সকলো একেজন পিতৃৰে সন্তান।

টোপনিতে মোৰ বুকুখন টন্‌টনাই উঠিল। মই অনুভৱ কৰো মোৰ বুকুত অমৃত উপচি পৰিছে। মোৰ বুকুৰ কাষত শুই আছে মোৰ শিশু পুত্ৰটি। সি গভীৰ নিদ্ৰাত নিমগ্ন। মই টান মৰি ব্লাউজৰ বুটাম খুলি টোপনিত থকা শিশুটিক জগাই মোৰ স্তনত তাৰ মুখখন লগাই দিব খুজি দেখো সি দেখোন হঠাৎ বতাহ হৈ গল। অৰ্থাৎ অদৃশ্য হৈ গল। সি শুই থকা ঠাই ডোখৰ খালি। মই আতঙ্কিত হৈ চিঞৰি দিলো –'কোনে নিলে—? কোনে নিলে—?

লগে লগেই মই সাৰ পালো। মোৰ হাত এখন বুকুত আৰু এখন হাত বিছনাত আছিল। বিছনাত থকা হাত খনৰে মই মোৰ শিশু পুত্ৰটিক বুকুৰ অমৃত পান কৰাবলৈ বিচাৰি ছিলো। মই অনুভৱ কৰো সচাই মোৰ বুকুখন টন্‌টন্ কৰিছে। নাৰী মাতৃ হবলৈ বিচৰাতো চিৰন্তন সত্য। চিৰন্তন ধৰ্ম্ম। ইয়াত পাপৰ প্ৰশ্ন নাই। স্বামীয়ে ঠিকেই কৈছিল। বাৰে বাৰে মনতে মই কলো। মই মাতৃ। মোৰ মাতৃ হৃদয় মাতৃত্বৰ ভৰতেই টন্‌টন্ কৰিছে।

মই অত্যন্ত ভাগৰ অনুভৱ কৰিলো। বিৰাট এক শূন্যতাই মোক গ্ৰাস কৰিবলৈ আগুৰি ধৰিছে। লাহেকৈ মই বিছনাত উঠি বহিলো। বেৰত আঁৰি থোৱা শিশু কৃষ্ণৰ ছবি খনলৈ চালো। স্বৰ্গীয় হাঁহিটিৰে যেন মোক কলে—তুমি দৈৱকা হোৱা। তুমি যশোদা হোৱা তোমাৰ কোলালৈ তোমাৰ গৰ্ভলৈ মই আহিম।

লাহে লাহে সপোনটো মোৰ মনত পৰিস্কাৰ হৈ পৰিল। এটি সু-পুত্ৰ জন্ম দিয়া সচাই পুণ্যৰ কথা। গৌৰৱৰ কথা।

মই যেন এইমাত্ৰ স্বামীৰ ভৰিত ধৰি কম 'ব্যাস দেৱকে মাতানে, মোকেই ভীষ্মৰ কাৰণে পঠোৱা কিবা এটা কৰা। মৰো মোৰ নাৰী

জীৱন ধন্য কৰো। মোৰ পুত্ৰই দুষ্কৃতি অন্যায় অসহায় আৰু দৰিদ্ৰতাৰ বিৰুদ্ধে যুঁজি সুন্দৰক সজাৰ ব্ৰত লৈ পৃথিৱীত ভৰি দিবহি। মই এনে পুত্ৰ দেশক দিয়া বাবে দেশৰ জনগণই মোক সন্মানৰ মালা পিন্ধাব।

পুৱালৈ বোধ হয় আৰু বেচি সময় নাই। ৰাতি পুৱালেই মই গা-ধুই গোসাই ঘৰত সোমাম। সত্যনাৰায়ন পূজা এভাগলৈ আগ কৰিম। পঞ্চপ্ৰদীপ জ্বলাই ভগবান কৃষ্ণক কম—গীতা যদি সত্য হয়, তুমি যদি সত্য, তেন্তে মই কৰা কামৰ বাবে মোৰ যেন অনুতাপ নহয়। তুমি যি কৰাবা যই তাকেই কৰিম।

১৯৫৮ চন ১ জানুৱাৰী—

চন তাৰিখ নিদিয়াকৈ লিখিবলৈ ভাল লগা নাই। লিখিছোৱেই যেতিয়া সময়ৰ চিহ্ন দি যোৱা ভাল। জীৱন নামৰ কেলেণ্ডাৰখন মেলি যাওতে পুৰণি কথাবোৰ ছবি বোৰ স্মৃতিৰ এলবামত স্পষ্ট হৈ জিলিকি উঠিব।

ইংৰাজীত মাহ চন বোৰ চলাও বাবে ইংৰাজীৰ তাৰিখ চন দি যোৱাৰ অসুবিধা নাই। অসমীয়া মাহ দিনৰ কিবা চাবলৈ হলে অসমীয়া কেলেণ্ডাৰ বিচাৰিব লগীয়া হয়। সেয়ে সহজে চন মাহ তাৰিখ দি যাবৰ বাবে ইংৰাজী চন তাৰিখকে ব্যৱহাৰ কৰিলো।

কালি নিশা হঠাৎ সাৰ পাই দেখো তেওঁ বিচনাত নাই। কোঠাটোত চকু ফুৰালো। কোঠাত নাই। বাহিৰলৈ গৈছে বুলি কিছু সময় বাট চাই ৰলো। কিন্তু বাহিৰলৈ গলেতো ইমান সময়ে ঘূৰিব লাগিছিল। লাহেকৈ মই বিছনাৰ পৰা উঠিলো। বাথৰুমৰ দুৱাৰ এই ফালৰ পৰাই বন্ধ। গতিকে তাত নাই নিশ্চিত। আগফাল পাচফাললৈ যোৱা দুৱাৰো ভিতৰ ফালৰ পৰা বন্ধ। নিশ্চয় তেওঁ লাইব্ৰেৰী কমতে বুলি গৈ দেখো সচাই তেওঁ তাতেই আছে। সোপাই কিতাপ লণ্ডভণ্ড কৰি কিবা বিচাৰিছে। মই ওচৰতে থিয় হৈ সুধিলো 'কি বিচাৰিছে?'

তেওঁ ঘপহকৈ মোৰ ফালে ঘূৰিল। যেন উচপ খাই উঠিল। অলপ বৈ গভীৰ কণ্ঠেৰে কলে—'কিতাপ এখন বিচাৰিছো।'

'কি কিতাপ—?'

'যি খনত বিচিত্রবীৰ্য্যৰ...'

'মই বুজিছো।' স্বামীয়ে কোৱা কথা সমাপ্ত কৰিবলৈ নিদি মই কলো। তাৰ পাচত আকৌ কলো—'আপুনি মোক দেখুৱাব খুজিছে পুত্ৰ বাসনাৰে যি কৰা হয় তাত পাপ নাই। অন্যায় নহয়। কিন্তু মইতো পুত্ৰ বাসনাত দগ্ধ হোৱা নাই। (যদিও দগ্ধ হৈছো তথাপি এনেকৈ কলো।) তেওঁ কলে—'তুমি নহব পাৰা, মই কিন্তু দগ্ধ হৈছো।'

মই অবাক হৈ তেওঁৰ চকুলৈ চাই ৰলো। মানুহজনে কি কৈছে ॥ মোৰ গৰ্ভত আন কাৰোবাৰ ঔৰষত হোৱা সন্তানৰ অবিহনে তেওঁ দগ্ধ হৈছে। অদ্ভূত বিচিত্ৰ মানব মন। 'এপাহ ফুলৰ, দৰে এটি শিশুৱে মোক বাবা বুলি মতাতো বিচাৰো মই।' তেওঁ বৈ বৈ কৈ গল—তাৰ সক সক কোমল হাত দুখনিৰে মোৰ ডিঙিত সাবটি ধৰি মোক বাবা বাবা বুলি মাতিব। মোৰ বুকুত মুৰ গুজি মোৰ মৰমত মোক কোমল মাতটিৰে মাতিব বাবা মোৰ।'

মই অবাক ভাবে আগৰ দৰেই তেওঁৰ চকুলৈ চাই আছো। অভিনয়ৰ দক্ষতাকে জীৱন মঞ্চত কৰা এয়া নাট নহয়তো? কিন্তু তেওঁৰ চকুযোৰে তেওঁক সন্দেহ কৰিবলৈ নকয়। এই চকুত দুৰ্বাৰ আশা আৰু কাকুতি মাথোন।

এই প্ৰথম মই উপলব্ধি কৰিলো মই মোৰ নহঁও। পবিত্ৰ বেদৰ মন্ত্ৰৰে দেউ তাই যিদিনা মোক মোৰ স্বামীৰ হাতত তুলি দিলে সিদিনাই মোৰ অজ্ঞাতে মই মোক স্বামীৰ লগত মিলাই দিলো। মই মাথোন কলো মোৰ বিবেক, মোৰ বিবেচনা শক্তি সকলো স্তব্ধ হৈ গৈছে। মোক আপুনি যি কয় তাকেই মানিবলৈ মই সন্মত।'

মোৰ কথা সমাপ্ত হোৱাৰ লগে লগেই তেওঁ মোক আনন্দ উত্তেজনাৰে বুকুত সাবটি ধৰিলে। মই তেওঁৰ বুকুত মুৰ গুজি কলো—'মইতো মোৰ নহওঁ। মই আপোনাৰ। মোৰ বেলেগ অস্তিত্ব নাই।' 'সেয়েতো কৈছো তোমাৰ সন্তান মানেই মোৰ সন্তান। মধুৰ মাতেৰে তেওঁ কলে। অলপ সময় নিৰবে মোৰ মুখলৈ চাই থাকি মোলায়েম

কঠেৰে মোক 'শুই থাকাগৈ' বুলি কৈ কিতাপবোৰ সামৰাত লাগিল। আজি তেওঁৰ দেহ মনত বিকৃত কামনাৰ দংশন নাই। আগবাতি আলফুলে মাথোন তেওঁ মোক আকোৱালি ধৰি আছিল। তেওঁ আজি কল্পনাত ওপঙি আছে। যি কল্পনাত মাথোন পোহৰৰ আহ্বান আছে। তেওঁ পিতৃ হোৱাৰ স্বপ্ন দেখিছে। এটি সু-পুত্ৰৰ পিতৃহোৱাৰ গৌৰব আৰু আনন্দ তেওঁ উপভোগ কৰিব।

১৯৫৮—দুই জানুৱাৰী

মই প্ৰস্তুত হলো। অৰ্থাৎ স্বামীয়ে মোক প্ৰস্তুত কৰিলে। সিদিনা তেওঁ মোৰ বেড্ৰুমত শিশু কৃষ্ণ আৰু কেনেডাৰ ফটো দুখন কিয় থৈছিল বাৰু? এটি শিশুৰ মাতৃ হোৱাৰ বাসনাই ভয়ঙ্কৰ ৰূপ লৈ মোৰ মন ওলট পালট কৰিবলৈকেনেকি বাৰু? ভয়ঙ্কৰ ৰূপ লোৱা বুলি কলে ভুল হব নেকি? এই দৰে কলেহে হয়তো ভাল হব অসম্ভৱ কোমল অস্ত্ৰৰে মোৰ মাতৃ হৃদয় ক্ষত বিক্ষত কৰি তাত বেদনাৰ টনটননি তুলিবলৈ। শোৱাৰ আগতে ছবি দুখনলৈ চাই থাকোতে মোৰ বুকুখনত বিৰাট এক শূন্যতাই হাহাঁকাৰ কৰি উঠিছিল। মোৰ দীৰ্ঘ নিশ্বাস পৰিছিল। এটি সু-পুত্ৰৰ জননী হোৱাৰ মই স্বপ্ন দেখিছিলো এই স্বপ্নয়েই আচলতে মোক প্ৰস্তুত কৰিলে। ইমান দিনে ধৃতৰাষ্ট্ৰ পাণ্ডু, ভীম যুধিষ্ঠিৰৰ জন্ম ৰহস্য কৈ কৈ শুনাই শুনাই মোৰ মূৰৰ স্নায়ু কোমল কৰি থৈছিল। সেই স্নায়ুতে এই স্বপ্ন। ইয়েই মোৰ সচেতন অবচেতন মন ওলট্পালট কৰি দিলে।

আজি পুৱাৰ পৰা মোৰ মনে ক্ষনে ক্ষনে তেওঁক (প্ৰতুলক) আহ্বান জনাইছে। আহা আহা মই তোমাৰ প্ৰতিক্ষাত আশাৰ ক্ষণ গনিছো। তুমি মোলৈ এপাহ নিৰ্ম্মালি লৈ আহা। সেই নিৰ্ম্মালিৰ শক্তিতেই মই আৰু মোৰ স্বামীয়ে পথৰ অন্ধকাৰ আঁতৰাই আনন্দৰে আগবাঢ়ি যাব পাৰিম। আমি দুয়ো পূৰ্ণ হম। আমাৰ জীৱন লৈ তুমি প্ৰাণ প্ৰাচুৰ্য্য লৈ আহা।

সন্ধ্যা হল। মই বাথৰুমত সোমালোগৈ। একালে বুকুত দুক দুক কপনি—আন ফালে অজান এক মৃদু পুলক. আনন্দ। মই ভাবিছিলো

হৈ গৈছো। মই সেই নাৰী—যি সুন্দৰী নাৰী বিচিত্ৰবিৰ্য্যৰ পত্নী। যি সুন্দৰীয়ে সৌন্দৰ্য্য আৰু যৌৱনৰ মূল্যৰে ভীষ্মৰ ব্ৰত ভাঙিবলৈ লৈছিল। যি সুন্দৰী প্ৰস্তুত হৈছিল ভয়ঙ্কৰ মূৰ্ত্তিৰ ব্যাসদেৱৰ লগত পুত্ৰ কামনাৰে সহবাস কৰিবলৈ।

মই অম্বিকা হৈ গলো। অম্বালিকা হৈ গলো। কুন্তী হৈ গলো। দ্ৰোপদীও হৈ গলো হয়তো। মই দ্ৰোপদী হৈ কৰ্ণক বিচাৰি-ছোনেকি—। মনতে নিজকে মই প্ৰশ্ন কৰিলো। ইফালে মই মোৰ ভিতৰত চলপালেই মূৰ ডাঙি উঠা দেউতাই সন্ধ্যাদীপ নামৰধা, সকল সহজ মই জনাৰো উমান পাই আছো। ওলাই গৈ ছাদত উঠি মুকলি বায়ুক আহ্বান কৰি প্ৰশ্ন কৰিবৰ মন গৈছে—মই কোন ?

কোন মই— ?

কোনজনী মই সচা ?

মই অম্বিকা অম্বালিকা নহঁও। মোৰ ওচৰলৈ আজি যি আহিব তেওঁ ব্যাসদেৱ নহয়। তেওঁ ধৰ্ম্ম দেৱতা বা বায়ু দেৱতা ও নহয়। যিজন আহিব তেওঁৰ ৰূপ ভয়ঙ্কৰ নহয়। তেওঁৰ কুচ্ছিত ৰূপ দৰ্শনত মই ভয়তে চকু মুদি দিব নালাগে। ভয়তে সেতা হৈও নাযাওঁ। ভয় দূৰ কৰিবলৈ ঈশ্বৰৰ নাম যপ কৰিব লগীয়াও নহয়।

অজস্ৰবাৰ প্ৰভুলৰ ৰূপ গুণৰ প্ৰশংসা শুনিছো। কিয় তেওঁ বিয়া কৰোৱা নাই সেই কথা স্বামীয়ে নাজানে। ভীষ্মৰ দৰে প্ৰতিজ্ঞা কৰা নাই নিশ্চয়। নাৰীৰ প্ৰতি আসক্তি নোহোৱাও নহয়। সেয়ে হলে আজি নিশা তেওঁ এই গৃহলৈ নিমন্ত্ৰন ৰক্ষা কৰিবলৈ নাহিল হেঁতেন। স্বামীয়ে তেওঁক সকলো খুলি কৈছে।

ভীষ্মৰ ব্ৰত ভাঙিবলৈ অম্বিকা অম্বালিকাই যিদৰে সাজ পাৰ কৰিছিল ঠিক সেই দৰে নহলেও—মই কি পিন্ধিলে বেচি ভাল দেখাব তালৈ লক্ষ কৰি স্বামীয়ে কাপোৰ এসাজ নিজে বাচি দিছে। মূৰ আচোৰোতে কাষত বৈ-আছে। খোপাটো ওপৰত নাবান্ধি গলধনত পৰি থকাকৈ বান্ধিবলৈ দিছে। তাৰ পাচত পাতল ভাবে প্ৰসাধান কৰিবলৈ কৈ কৈছে—'তুমি ধুনীয়া। এই ধুনীয়াৰ ওপৰতে এগোলা

মান গাল মুখত কিবা-কিবি লিপিলে তোমাৰ স্বাভাবিক সৌন্দৰ্য্য ম্লান কৰিছে পেলাব।'

সকলোৱে শেষত তেওঁ মোৰ গাত গন্ধ স্প্রে কৰি দি ব্যাসদেৱক (প্রতুলক) লৈ আহিবলৈ গৈছে। এই সময় চোৱাত মই এই বহীখন লৈ বহিছো।

মাক মোৰ মূৰ বিষাইছে বুলি কৈ অলপ আগলৈ কে বিছনাত পৰি আছিলো। যি আহিব তেওঁৰ কল্পিত ৰূপ এটি মনতে অকাৰ চেষ্টা কৰিছিলো। তেওঁ কৈছিল প্রতুলৰ ন কটো বৰ ধুনীয়া। ওঁঠ দুটা সক সক। চকুদুটা বেচ সুন্দৰ। ফ্রেঞ্চকাট্ দাড়ি। বহল বাহু। খোজ কাঢ়োতে এনে ভাবে দৃঢ় হৈ খোজ কাঢ়ে যেন অকনমান কুজা হলেই তেওঁক কোনোবাই কঠোৰ শাস্তি দিব। এইদৰে খোজ কঢ়া বাবে দেখিবলৈ বেচ লাগে। যাক কব পাৰি মিলিটেৰী খোজ।

মাজতে এবাৰ মই বিছনাৰ পৰা উঠি আহি পাচফুটীয়া আয়না খনৰ সমুখত থিয় হলোহি। আয়নাত নিজৰ প্রতিবিম্ব চাই ভাবিলো— কোনো কোনোৱে কোৱাৰ দৰে সচাই মই আগতকৈ বেচ ধুনীয়া হৈছো। বিয়াৰ সময়ত মই আছিলো অপূৰ্ণিত এতিয়া মোৰ দেহ পূৰ্ণ। প্রতি অঙ্গতে যৌৱনৰ সম্ভাৰ। পাতল ওঁঠ। চকু কপাল, মসৃণ গাল, হাত ভৰি বুকু-পিঠি সকলোতে যৌৱনৰ মিঠা বেঁ'ল। নিজৰ সক সক ওঁঠ দুটাত নিজে মৰমতে মৰমেৰে আঙুলি বুলাই দিলো।

অদ্ভুত কিবা যদি আছে সচাই সেয়া হল মানুহৰ মন। কি বিচিত্র এই মন। মই নিজে নিজৰ কাৰ্য্যত অবাক হৈছো। কোনো দিনতো আয়নাত এইদৰে নিজৰ ৰূপ চাই বিভোৰ হোৱা মনত নপৰে। ইমান দিন মোৰ এই মনটো কত লুকাই আছিল। মোক মোৰ স্বামীয়ে আদেশ কৰা নাছিল। অনুৰোধ কৰিছিল। মইতো এনে অনুৰোধ ৰক্ষা নকৰিও পাৰিলোহেতেন। নেওঁৰ অনুৰোধৰ লগতে মোৰ মনৰ এই গুপ্ত দিশটোও মিলিছিল। সেয়েহে অৱশেষত মই সন্মত হলো।

মই খনে খনে ঘড়ি চাবলৈ ধৰিলো। তেওঁ এই বিশেষ আলহী জনক এবাৰ বজাত লৈ আহিব। ইয়াৰ আগতে মা দুৱাৰ মাৰি নিজৰ

কমত সোমাব। কামকৰা বাহিৰা মানুহবোৰো নিজৰ নিজৰ বিছনাত উঠিবগৈ।

তেওঁলোকে বাহিৰত ভাত খাই আছিব। এতিয়া আঠ বাজিছে। নবজাত মই গৈ ভাত খাই আহিমগৈ। ঠাকুৰৰ লগত মা পাকঘৰত আছে। মায়ে ভাত খাই পাকঘৰৰ পৰা ওলালেহে মই পাকঘৰত সোমামগৈ। মই কোনো মতেই আজি মাৰ সমুখত সহজভাবে ওলাব পৰা নাই।

অজান এক মিঠা পুলকে মোৰ বুকু ভৰাই তুলিছে। লগতে মন কেনেবা কৰা মৃদু এক কষ্ট। ঠাকুৰে আহি অলপ আগতে ভাত খোৱাৰ কথা কৈছিলহি। মই ভাত নাখাওঁ বুলি ঠাকুৰক ঘূৰাই পঠালো। আজি এই মুহূৰ্ত্তত মোৰ খোৱা শোৱাৰ দৰে দিনদিন কৰি অহা একো কামেই কৰিবৰ মন যোৱা নাই। খিড়িকীৰে মই বাহিৰলৈ চালো। বাহিৰত মিঠা জোনাক। বাহিৰৰ বতাহ। ফুলনীৰ ফুল—ফুলৰ সুগন্ধই যেন মোক মৰমেৰে আহ্বান জনাই কলে—দুৱাৰ খুলি তুমি ওলাই আহা। আমি ফুলৰে পানচৈ সাজি থৈছো। মৰম নামৰ নদীত এই পানচৈত তুমি উটি গুচি যোৱা। যত ফুল গান হাঁহিৰ বাদে একো নাই। সেইখন ৰাজ্য কেৱল শিশুৰ ৰাজ্য। সেই ৰাজ্যৰ এটি শিশু কোলালৈ তুলি লৈ তুমি তোমাৰ বুকু শান্ত কৰা।

সেই দেশলৈ মই কাৰ সতে যাবলৈ ওলাইছো? মই এই মুহূৰ্ত্তলৈকে চকুৰে নেদেখা, কেৱল নাম যশ (স্বামীৰ মুখত) শুনা এজন-পৰ পুৰুষৰ লগত নে দুয়োজনৰে লগত!

মই খিড়িকীমুখৰ পৰা গুচি আহিলো। এইটো আমাৰ বেডৰুম। মোৰ বিছনাৰ কাষৰ সৰু টেবুলখনত ফুলদানীত এথোপা ৰজনী গন্ধা ফুল আছে। ডাঙৰ পালেং খনত তেওঁ সম্পূর্ণ এবটল চেন্ট ঢালি গৈছে। ফুল ও চেন্টৰ সুগন্ধই যেন এই কমটো এখন যাদু নগৰ কৰি তুলিছে। এই নগৰত মই অদ্বিতীয়া প্ৰাণী। মই ৰাজকুমাৰী। ফুল, গান, হাঁহি, আনন্দ, মৃদু বতাহ ফুলৰ সুগন্ধ এই বোৰ হল মোৰ লগৰী। মোৰ ৰাজ্যলৈ আজি অজান দেশৰ এক ৰাজকুমাৰ অহাৰ কথা। তেওঁ মোক

উপহাৰ এটি দিবলৈ আহিব। মোৰ এই শূন্য ৰাজ্যত দ্বিতীয় প্ৰাণী হব এটি শিশু। এই শিশুটি মোক উপহাৰ দি অজান ৰাজকুমাৰ বায়ুৰ লগত মিলি যাব। মোৰ কোলালৈ শিশুটি কোনপথে কেনেকৈ আহিল জগতে এই কথাৰ গমকে নাপাব।

অৱশেষত প্ৰতিক্ষাৰ অন্ত পৰিল। মোৰ কমৰ দুৱাৰত মৃদু টোকৰ পৰিছে। বহীখন বাকচত ভৰাই মই দুৱাৰ খুলিমগৈ।

ভগবান! তুমি মোৰ দ্বাৰা সুখ-দুখ হাঁহি কান্দোনৰ কি খেলা খেলাইছা তুমি জানা। তুমি যি কৰাইছা মই তাকেই কৰিছো। মই কোনো দিন এই খেলৰ সপোন দেখা নাছিলো।

১৯৫৮—তিনি জানুৱাৰী

কালি নিশা-লিখি থাকোতেো দুৱাৰতটোকৰ পৰিছিল। বহীখন লৰালৰিকৈ লুকুৱাই থৈ মই দুৱাৰ খুলি মই দুৱাৰৰ একাষে, থিয় হৈ ৰলো। মই অনুভৱ কৰিলো মোৰ ভৰি দুটা কঁপিছে। মই দুৱাৰ মুখৰ পৰা ঘূৰি আহিব নোৱাৰিম।

মই চকু তুলি আগন্তুকৰ ফালে চাব পৰা নাই। স্বামীয়ে মোক কলে—'চকু তোলা। এওঁ মোৰ বন্ধু যেতিয়া তোমাৰো বন্ধু। চোৱা মই যিদৰে এওঁৰ ৰূপ গুণৰ বৰ্ণনা কৰিছিলো—এওঁ ঠিক তেনে হয়নে নহয়।

এই নিশাটোৰ কথা মুক্ত ভাবে কোনোমতেই লিখিব নোৱাৰিম যেন লাগিছে। অৱশেষে মই সকলো মুকলি ভাবে লিখিম বুলিয়েই দৃঢ়।

প্ৰতুলে স্বামীক বেলেগ কমত শুবলৈ যাবলৈ কলে। তেওঁ কোনো মতেই মান্তি নহয়। শেষত 'লাইট' 'অফ' কৰি পৃথক বিছনাত শুবলৈ কলে। তাতো তেওঁ অমান্তি। তেওঁ মোক প্ৰতুলৰ কাষত নিবিড় ভাবে নেৰে। শেষত মাথোন অলপ সময়ৰ বাবে তেওঁক আতৰি যাবলৈ কলে। শেষত তেওঁ অগত্যা-নোৱাৰাত দহ মিনিট মানৰ বাবে বাহিৰলৈ ওলাই গল। তেওঁ আতৰি যোৱাৰ পাচত প্ৰতুলে মোক মাত দিলে—

'দীপ—!'

মই চকু তুলি তেওঁৰ মুখলৈ চালো। তেওঁ মোক আলফুলে এপাক

গোলাপ শাৰটি ধৰাৰ দৰে সাৰটি ধৰি-সুধিলে—'সি তোমাক বাধ্য কৰিছেনেকি—? তুমি মোক আনন্দৰে-আহ্বান কৰিছাতো?'

মই মুখেৰে একো নামাতিলো।' তেওঁ মোক যি দৰেহে আলফুলে ধৰিছে যেন-অলপ ইফাল সিফাল হলেই গোলাপৰ পাহীবোৰ সৰি-পৰিব। মই তেওঁৰ বাহুৰ মাজত শিয়ৰি উঠিলো। এয় মই কি কৰিলো! এওঁ যে পৰপুৰুষ!

মোৰ ধৰ্ম্ম ?

মোৰ সতীত্ব —?

সতীত্ব যদি দেহাশ্ৰয়ী হয়—তেন্তে—মই কলৈ নামিলো? মোৰ সতীত্ব মোৰ ধৰ্ম্ম বিচাৰি মই থকমক লগালো। মই প্ৰতুলৰ বাহু বন্ধনৰ পৰা গুলাবলৈ চেষ্টা কৰিলো। তেওঁ সুধিলে—'মই ভবা কথাই তেন্তে সত্য? সি তোমাক জোৰ কৰি বাধ্য কৰিছে।'

মই লাহেকৈ মুৰটো লৰাই—জনালো এই কথাত তেওঁ কোনো বল প্ৰয়োগ কৰা নাছিল। এইবাৰ তেওঁ মোৰ ওঁঠত লাহেকৈ চুম্বন কৰিলে। হয়তো আলফুলীয়া পৰশ বাবেই তেওঁৰ এই পৰশত মোৰ দেহৰ বন্ধে বন্ধে মিঠা এক শিহৰণ অনুভৱ কৰিলো। স্বামীৰ পৰশত কোনো দিন মই এনে শিহৰণ অনুভৱ কৰা নাছিলো। তুলনামূলক ভাবে মই ভাবিলো স্বামীয়েতো মোক নৰম আবেগৰ কোমল স্পৰ্শ নিদিয়ে। কেনে এক কঠুৱা শক্তিৰে নিষ্পেষিত কৰে। অস্ফুট কণ্ঠৰে কওঁ—হৃদয়ৰ আবেগ উত্তেজনাৰ মৰম বচাবো আৰ্ট আছে। তেওঁ সদায়েই হোৱাই নোহোৱাই গাৰ সমষ্ট পোছাক খুলি মোৰ সমুখত হাঁহি হাঁহি খিয় দিয়ে। সুবিধা পালেই তেওঁ এই কাৰ্য্য কৰে। তেওঁৰ এই কথাই মোৰ সকলোতকৈ বিৰক্তিকৰ। মনে মনে মই অসহ্য এক ঘৃণা ভাব দমন কৰিব লগীয়া হয়। তেওঁ হয়তো ভাবে স্বামী স্ত্ৰীৰ সম্বন্ধৰ ভিতৰত ই এক তৃপ্তিদায়ক কাৰ্য্য। মই মানসিক তৃপ্তি পাম বুলিয়েই তেওঁ এনে কৰে।

অলপ পাচত স্বামী ওলাই আহিল। প্ৰতুলে মোক স্বামীৰ উপস্থিতিতে বাহুৰ মাজত ভৰাই ৰাখিলে।

নিশাটো বৰ বিশ্ৰী ভাবে পাৰ হল। এই নিশাটো মোৰ বাবে কেনে বিৰক্তিকৰ হৈছিল মই তাক ভাষাৰে বুজাব নোৱাৰো। অসহ্য হৈছিল স্বামীৰ কাৰ্য্য। আনদিনাৰ দৰেই প্ৰবল আবেগেৰে ভয়ঙ্কৰ ৰূপেৰে তেওঁ মোক গ্ৰাস কৰিছিল। ওচৰতে শুই থকা প্ৰতুলৰ কথা সেই সময়ত তেওঁ পাহৰি গৈছিল। নহলে হৈ পৰিছিল হিংস্ৰ পশু বা আদিম মানব। প্ৰতুলে বাবে বাবে মাথোন কৈছিল 'তোৰেই তো ভাই, এনেকৈ ডকাইতে ধৰাৰ দৰে ধৰিছ কিয় ? তোৰ যে লাজ চৰম একো নাই।'

অৱশ ক্লান্ত হৈ যেতিয়া তেওঁ টোপনিত ঢলি পৰিল, তেতিয়া মই তেওঁৰ কাষৰ পৰা উঠি আহিলো। আনখন বিছনাত পৰি উচুপি উঠিলো। মই যেন এই প্ৰথম মোৰ দূৰ্ভাগ্যৰ কথা গম পালো। মোতকৈ ঘৃননীয় জীৱন আৰু কোনো নাৰীৰ নাই। এনে জঘন্য জীৱন পৃথিৱীত একমাত্ৰ মোৰ।

প্ৰতুল উঠি আহি মোৰ ওচৰত বহিলহি। তেওঁ মোৰ মূৰত হাত বুলাই দি কলে—'তুমি যদি কোৱা মই যাওঁগৈ। সি বৰকৈ কোৱা বাবেহে·· ।'

হঠাৎ মোৰ যে কি হল। মোৰ এনে লাগিল মই যেন এই বুকু এই মৰম হেৰুৱালে জীয়াই থকাই টান হব। মই প্ৰতুলৰ হাতখন মূৰৰ পৰা তুলি খামুচি ধৰি কলো—'মোক আপুনি বচাব নোৱাৰিবনে ।

মই মনে মনে ভাবিলো দেখাত মই সুন্দৰী। মই পূৰ্ণ যুৱতী। বুকুত অফুৰন্ত মৰমৰ সোঁত। বৈ থাকিলেও যাৰ অন্ত নাই। অনন্তদিন বৈ থাকিব। এই শক্তিকে লৈ মই নিশ্চয় এওঁক বিচাৰিব পাৰো। এই শক্তিকে লৈ নিশ্চয় মই বিকৃতকৰ্মী ( ৰোগেই নিশ্চয় ) স্বামীৰ কাষৰ পৰা আতৰিব পাৰো।

প্ৰতুল লাহেকৈ মোৰ কাষত শুই পৰিল। মই আকৌ কলো— 'আপুনি মোক বচাবনে— ?' তেওঁ মোৰ কথাৰ উত্তৰত কলে 'তুমি অদ্বিতীয়া। তোমাৰ বাবে মই সকলো এৰিব পাৰিম।'

ইমান সময়ে ক্লান্ত ভাবে পৰি থকা স্বামীয়ে সাৰ পাই মোক

কাৰত নেদেখি থকৃমক্‌কৈ উঠি আছিল। ইতিমধ্যে প্ৰতুলো উঠি বহিছিল। তেওঁ প্ৰতুলক গম্ভীৰ মাতেৰে কলে—'তই আৰু দ্বিতীয়দিন সন্ধ্যাক লগ পাবলৈ চেষ্টা নকৰিবি।'

প্ৰতুল যোৱাৰ পাচত তেওঁ মোক বাৰে বাৰে কৈছিল—'প্ৰতুলে যাবলৈ মাত লগাওতে কিয় তুমি সেই দৰে তাৰ চকুলৈ চাইছিলা? কিয় তুমি তাৰ হাতৰ পিঠিত চুমা দিছিলা?

কিয়— ?

মই তাক তোমাৰ কাষলৈ অনাৰ অৰ্থ এয়াতো নাছিল তুমি তাক হৃদয়ত প্ৰতিস্থা কৰিবলৈ মই তাক লৈ অহা নাছিলো।

১৯৫৮—৪ জানুৱাৰী

যিখন মুখৰে দুদিনৰ আগলৈকে তেওঁ প্ৰতুলৰ গুণ-গান গাইছিল, সেই খন মুখেৰে আজি দুদিনে প্ৰতুলৰ অপযশৰ বতৰা মোক দি গৈছে। প্ৰতুলে বোলে মদ আৰু সুন্দৰী নহলে এটা মাতো কাকো নিদিয়ে। মদ আৰু সুন্দৰী ঘোচ দিয়েই বহুতে চাকৰীৰ প্ৰমোচন লৈছে বা বহুতে চাকৰী পাইছে।'

মই কলো—'যাৰ লগত মোৰ ইমান ডাঙৰ ইতিহাস হল তেওঁক মই দেখিলেও হয়তো চিনি নাপাম। এদিন দিনত মাতিবচোন।'

মোৰ কথা শুনি তেওঁ উত্তেজিত হৈ পৰিল। দৃঢ় স্বৰে কলে—'এদিনো আৰু সি মোৰ ঘৰত ভৰি দিব নোৱাৰিব। মই নথকা অৱস্থাত আছিলেতো কথা বেয়া হব।'

'আপুনি নথকাত কিয় আহিব। আপুনি লৈ আহিব।'

'হয়তো মই মাতিলেও সি নাহে।'

'কিয়—?'

'বন্ধা মেনকায়েও দ্বিতীয় দিন তাক মাতি নিব নোৱাৰে।'

মই তেওঁক আৰু একো প্ৰশ্ন নকৰি ভাবিলো কত কিদৰে তেওঁক আৰু এদিন লগ কৰিব পাৰো। তেওঁক আকৌ এবাৰ লগ পাবৰ বাবে মনটো মোৰ চঞ্চল হৈ পৰিছে। তেওঁক লগ কৰি মোৰ কৰব মন গৈছে—স্বামীয়ে মোক এনে এক মন্ত্ৰ কৰিছিল যি মন্ত্ৰত মই তেওঁৰ কথাতেই

মাত্তি হৈছিলো। কিন্তু এতিয়া মই উপলব্ধি কৰিছো মোৰ এটা নিজস্ব মন আছে। এই মনৰে মই এতিয়া আপোনাৰ সঙ্গ কামনা কৰিছো।

১৯৫৮—৫ জানুৱাৰী

মই খুব বঢ়িয়াকৈ বুজিছো মোৰ আৰু স্বামীৰ সৰল পবিত্র সম্বন্ধৰ মাজত কীটৰ প্ৰবেশ হৈছে। এই কীট, স্বামীয়েই বহন কৰি আনিছিল। সময়ত ই ভয়ঙ্কৰ ৰূপ ধাৰণ কৰিবও পাৰে। আজি মোৰ এনে লাগিছে মই যেন ক্রিতিম এটা সজ্জাত আৱদ্ধ হৈ আছো। মই ইমান দিনে দেৱতা জ্ঞান কৰা স্বামী দেৱতাৰ আসনৰ পৰা ক্রমাত তললৈ নামি আহিছো।

হে ভগবান। তেওঁ যেন আৰু তললৈ নানামে। এতিয়া তেওঁ মোতকৈ এক ইঞ্চি হলেও ওখত আছে। বাৰে বাৰে মোৰ মনে মোক কৈছে— পুত্র কামনাৰে তেওঁ নিজে আনন্দ তৃপ্তি উপভোগ কৰিবলৈহে প্ৰতুলক মোৰ বেডৰুমলৈ আনিছিল। কোনোবা এদিনা তেওঁ মোক কৈছিল—'সতীত্ব চতীত্ব এইবোৰ কথা শুনি মোৰ ভাল নালাগে পুৰুষে তিৰুতাক ঠগা কথা মাথোন এইবোৰ। পুৰুষে নিজৰ তিৰুতাৰ সতীত্ব বিচাৰে আৰু আন তিৰুতাৰ সতীত্ব নষ্ট কৰি আনন্দ উপভোগ কৰে।'

সেই দিনাই তেওঁ মোক আন এটা কথা জনাইছিল। কি বুলি যে কওঁ এতিয়া! মানে মানুহৰ ইয়ে চায়ো বোলে মানুহ তৃপ্ত হয়। কোনো কোনোৰ বোলে এইটোত বেঁচ আনন্দ।' মোৰ ভাব হৈছে তেওঁ আনন্দ লভিবলৈকে তৃপ্ত হবলৈকে প্ৰতুলক আনিছিল। এই কথাবোৰ ভাবি থাকিলে মই এতিয়া পাগল হৈ যাম। তেওঁৰ প্ৰতি অব্যক্ত আক্ৰোশত এনে লাগিছে যেন নিজৰ মূৰটো জোৰৰে পকাত মাৰি দি তেওঁৰ কাৰ্যৰ প্ৰতিবাদ কৰি কম—'মোক কলৈ নমালে?

মোৰ কি অপৰাধ?

নাৰী ৰূপে জন্ম লভিলো—এয়েই অপৰাধ নেকি? নাৰী ৰূপে জন্মাৰ বাবেহে আপোনাৰ স্ত্ৰীৰূপে আপোনাৰ জীৱনলৈ আহিলো। স্ত্ৰী বাবেই আপোনাৰ অধীন হলো। অধীন হলো বাবেই মোক লৈ খেলা খেলিছে।

১৯৫৮।৮ জানুৱাৰী—

স্যাদতে কিছুদিন মই বহীখন চোৱা নাছিলো। প্ৰতিদিনৰ কাৰ্য্য তালিকাৰেই দিন নিশা পাৰ হৈছিল। আজি তাৰ ব্যতিক্ৰম হোৱাত বহীখনলৈ মনত পৰিল। এতিয়া নিশা। সময় জানো কিমান হল চাবলৈ ওচৰত ঘড়ী নাই। মোৰ এনে লাগিছে মই যেন ঘড়ীটো চাবলৈও উঠিব নোৱাৰিম। অদ্ভুত ভাগৰ লাগিছে। টোপনিয়েও হেচা মাৰি ধৰিছে। যেন মই শুলে আৰু মোক কোনেও জগাব নোৱাৰিব। আজি তিনি চাৰি নিশা এনে হৈছে। বিছনাত পৰিলে কৰ টোপনি কলৈ যায়। টোপনি নহাকৈ বিছনাত বিৰক্তিকৰ ভাব এসোপাৰ সতে পৰি থকা যন্ত্ৰণা অসহ্য হোৱাত উঠি আহি এইখন লিখিবলৈ বহিছোহি।

পচহি সন্ধ্যা সুন্দৰ ভাবে সাজ-পোছাক কৰাই স্বামীয়ে মোক বাহিৰলৈ লৈ গৈছিল। মোক ওলাই যাব খোজা দেখি মা-অবাক। মায়ে ভাবিছিল— ভিতৰৰ পোকটোক আজিনো বাহিৰলৈ যাবলৈ কিহে পালে। ভিতৰতে সোমাই থাকো বাবে মায়ে মোক প্ৰায়েই অকন-মান-ইফালে-সিফালে ওলাবলৈ কয়। মই সন্তানহীনা নাৰী বুলি সময়ত মা মোৰ প্ৰতি কঠোৰ হলেও সময়ত মোক কেতিয়াবা সহানুভূতিৰেও চায়। আচলতে মা বৰ মৰমীয়াল। পুত্ৰেকৰ সংসাৰ শূন্য হৈ থকাতো কোনো মাকে নিবিচাৰে।

মোক মোৰ স্বামীয়ে কলৈ লৈ গৈছিল সেই কথাহে কব খুজিছো। তেওঁ মোক এখন হোটেললৈ লৈ গৈছিল। নামী দামী হোটেল। ওপৰলৈ যোৱা খট্‌খটীত ৰঙা কাৰ্পেট খন-বৰ নিঃসহায় ভাবে পৰি আছে। মই সেইখনত কিদৰে ভৰি চোচোৰাই চোচোৰাই স্বামীৰ পাচে পাচে গৈছিলো সেই কথাৰ মাথোন এই কাৰ্পেটখনৰ নিঃসহায়তা খিনি সাক্ষী হল। কাৰ্পেট খন নিঃসহায় ভাবে নিৰবে পৰি থকা চেহেৰাটোৱে মোক যেন কৈছিল—ওপৰত মুখ মেলি অজগৰ এটা পৰি আছে। সাৱধান !!

দুৱাৰ ঠেলি স্বামী কোঠা এটালৈ সোমাই গল। মহো নিৰবে

তেওঁৰ অনুগমন কৰিলো। কোথাতো দামী বঙা কাৰ্পেট। পৰিপাটি ভাবে সজোৱা কোঠাটোত এফালে ড্রেচিং আয়না। পালেঙত গাখীৰৰ ফেনৰ দৰে বগা কোমল বিছনা। মই কোঠাত সোমায়েই থমকি ৰৈছিলো। হঠাৎ যেন বুকুখনত প্রচণ্ড এটা কোব পৰিছিল। পৰিপাটি ভাবে সজোৱা কোঠাটোৰ প্রত্যেকটো বস্তুৱেই যেন মোলৈ পুতৌৰ ভাবে চাই নিৰবে। আহা! আহা! বুলি সমবেদনা জনাইছিল।

এই কোঠালৈ তেওঁ মোক লৈ অহাৰ অৰ্থ? কোনোদিন মোক লগত লৈ তেওঁ কলৈকো যোৱা নাছিল। কোনো কোনো পুৰুষে বোলে স্ত্ৰী সুন্দৰী হলে সজাই পৰাই ইফালে-সিফালে লৈ ফুৰি গৌৰব অনুভব কৰে। মোৰ ভনী এজনী প্রফেসাৰ এজনে বিয়া কৰাইছে। তাই অলপ চাপৰ বাবে (বাওঁনা নহয়) প্রফেসাৰে তাইক কলৈকো লগত নিনিয়ে। বয়সত তেওঁত কৈ সৰু বৌৱেকজনীক ইফালে তেওঁ লৈ ফুৰি গৌৰব অনুভব কৰে। কাৰণ বৌৱেক বগা আৰু ওখ। প্রফেসাৰে ভাবে জনাইহে সেইজনী তেওঁৰ নবৌৱেক বুলি জানে নজনাইতো বৌৱেকক ঘৈনীয়েক বুলি ভাবে। নজনাই তেনেকৈ ভাবে ও। তাতেই তেওঁ তৃপ্ত হয়। আনন্দ পায়। কোনোবাই যদি বৌৱেকক চিনিব নোৱাৰি কয় বৰা আপোনাৰ মিছেছৰ লগত দেখিছিলো,' তেতিয়া আৰু কোনে পায়! তেওঁৰ তৃপ্তিৰ হাঁহি চকুৰ কোনত ফুটি উঠে।

মোৰ ক্ষেত্রত কিন্তু সি নহল। স্বামী দেওৰ মোৰ দুয়ো একে। দেওৰ জনেও মোক লৈ এদিনো এখোজ নোলাল। এবাৰ মই মাৰ ঘৰলৈ যাবলৈ লগ ধৰাত ননন্দজনীক কৈছিল—'জনাই হে নবৌ বুলি জানিব। মোৰ দাদা এই কাৰ্য্য নহব। নজনাই শিৰত সেন্দুৰ সোপা দেখি ভাবিব...' কথাবাৰ সমাপ্ত নকৰি তেওঁ সেই ঠাইৰ পৰা আতৰি গৈছিল।

স্বামীয়ে মোক পঢ়াহি কলৈ লৈ গৈছিল সেই কথা কবলৈ লৈ লোকৰ কথা ওলাল। পঢ়াহি তেওঁ মোক 'এফালে যাম ওলাবা বুলি' লগ ধৰি ছিল। কলৈ মোক লগ ধৰিছে সেই প্রশ্ন নকৰি মই স্বামীৰ লগত গৈ খটখটীৰ বঙা কাপেৰ্ট গচকি আহি বাৰান্দাৰো বঙা কাৰ্পেটট গচকি গৈ কোঠাৰ বঙা কাপেৰ্টৰ ওপৰত থমকি ৰলো।

মোক কোঠাত বহিবলৈ কৈ স্বামী ওলাই গল। অলপ সময়ৰ পাচত কোঠালৈ 'বয়' এটি সোমাই আহিল। তেওঁৰ হাতত ট্ৰে এখন। সেই ট্ৰেৰ ওপৰত বিলাতী মদৰ বটল গিলাচ আৰু কি কি আনি মেজৰ ওপৰত থলেহি। ট্ৰেখন মেজত থৈ 'বয়' টিয়ে মোৰ মুখলৈ চাইছিল। চকুৱে চকুৱে পৰাত লৰা লৰিকৈ চকু নমালে। ওলাই যাওতে দুৱাৰ মুখৰ পৰাও এবাৰ মোৰ মুখলৈ চাইছিল। এইবাৰো মোৰ চকুৱে চকুৱে পৰিল। কাৰণ মই তেওঁৰ মুখলৈকে চাই আছিলো।

কিছু সময়ৰ পাচত স্বামী ঘুৰি আহিল। তেওঁ আহি ট্ৰেখন থকা মেজৰ ওচৰলৈ গৈ, বিছনাৰ ফালে আগবাঢ়ি গল। মই এতিয়াও নিৰ্ব্বাক। মই যি অনুমান কৰিছো সি যেন সত্য নহয়—মই এই কথাই মনে মনে ভগবানক প্ৰাৰ্থনা কৰিছো। মোৰ এনে লাগিল স্বামীয়ে মোক পন কৰি পাশা খেলত বহিছে। মোৰ চকুত পৰে তেওঁ দহ মিনিট মানত পাচবাৰ মান ঘড়িলৈ মন কৰিছে। এবাৰ ঘড়ি লৈ মন কৰা সময়তে দুৱাৰত মৃদু শব্দ হয়। তেৱেঁই তভাতৈয়াকৈ গৈ দুৱাৰ খুলি দিলে। এজন ভদ্ৰলোক কোঠালৈ সোমাই আহিল। ভদ্ৰলোকৰ গাত দামী চুট ডিঙিত টাই। স্বামীয়ে মোক কলে—

'দীপ এওঁ মোৰ বন্ধু মিঃ...

তেওঁ মিঃ কোন স্বামীয়ে নামো নকলে উপাধিও নকলে। সিজনেও স্বামীয়ে আধাকোৰা কথা সমাপ্ত কৰি নকলে মোৰ নাম অমুক বুলি। মই নমস্কাৰ জনাই কলো—'মোৰ নাম সন্ধ্যাদীপ বাজখোৱা।'

মানুহ জনৰ মুখৰ পৰা ভবিলৈকে মই মন কৰিলো। স্বামীয়ে মোক কলে— 'এখেতৰ প্ৰমোচন হল। তাৰ বাবে সৰু এটি পাৰ্টি দিব। আজি নিশাটো আৰু কালিলৈ দিনটোৰ বাবে এই কমটো লৈছে।'

মই ভাবিলো পাৰ্টি দিব যেতিয়া নিশ্চয় আৰু কোনোবা আহিব। কোঠাটো বৰ বেচি ডাঙৰ নহয়। ইফালে মেজ চকিও বেচি নাই। চাৰিখন চকি মেজ এখন। হয়তো চাৰিজন মান লোকক হে নিমন্ত্ৰন কৰিছে। বহাতে মই বহি থাকিলো। মোৰ স্বামী আৰু ভদ্ৰলোক জনে ট্ৰেখন আগত লৈ বহি বটলৰ সাফৰ খুলিল। বটলৰ পদাৰ্থটিক

সৈতে মোৰ চাকুক পৰিচয় আছে। সন্ধ্যা কোঠাত সোমাই তেওঁ অকলৈ এই পদাৰ্থটি ব্যৱহাৰ কৰে। কেতিয়াবা ঘৰলৈ অহা বিশেষ ব্যক্তিকো ইয়াৰে অপ্যায়িত কৰে। মই তেওঁলোকলৈ চাই ৰলো তেওঁলোকে মুৰ্গি মাংসৰ টুকুৰা তুলি লৈ চোবাইছে। বৈ বৈ ঢোকে ঢোকে গিলাচৰ পদাৰ্থটি গিলিছে।

সময় গৈ আছে। মই ঘড়ি লৈ চাই ভাবিছো কাক কাক নিমন্ত্ৰণ কৰিছে। তেওঁলোক কেতিয়া পাবহি।

এসময়ত দুৱাৰত টোকৰ পৰিল। দুৱাৰখন খুলিবলৈ স্বামীয়ে মোক আদেশ কৰিলে। মই গৈ দুৱাৰখন খুলি দুৱাৰ মুখতে থিয় হৈ ৰলো। মই ভাবিছিলো নিশ্চয় এইবাৰ নিমন্ত্ৰীত ভদ্ৰলোক আহিব। কিন্তু দুৱাৰ ঠেলি সোমাই আহিল সেই 'বয়'টি যিজনে আগতে এবাৰ ট্ৰেখন মেজত নমাই গৈছিল। এই 'বয়' জনৰ পাচত আৰু দুজন 'বয়' সোমাই আহিল সিহঁতে আহাৰৰ পাত্ৰবোৰ মেজত নমাই পানী গিলাচ আদি যত্নাই ওলাই গল। ওলাই যাওঁতে সিহতে দুৱাৰ খন জপাই গল। প্ৰত্যেকৰে চকু এবাৰ এবাৰ মোৰ মুখত পৰিছিল। ইমান সময়ে মই দুৱাৰৰ কাষতে থিয় হৈ আছিলো। স্বামীয়ে বিৰক্তিৰে কলে—'তাতে যে বজ্ৰপাত পৰা মানুহৰ দৰে থাকিলা আহা এইবিলাক পৰিবেশন কৰাহি।'

ইচ্ছা কৰিয়েই মই কোনো মতে নামাতিলো। ইমান সময়ে মই তেওঁৰ মতলবটি বুজিব পাৰিছো। এই কথাই মোৰ প্ৰথমে সন্দেহ হৈছিল। ভদ্ৰলোকটি তেওঁৰ সমকক্ষ নহয়। তেওঁতকৈ নিশ্চয় কেইবা খাপো ওপৰত। খোৱাৰ আগতে ভদ্ৰলোক জনে কোট আৰু ডিঙিৰ টাই খুলি লৈছিল। খোৱাৰ পাচত তেওঁ লংপেণ্টটো আৰু কামিজটো খুলিলে। শৰীৰটি তেওঁৰ বেচ পুষ্ট। বুকু গুৰ। বাহু বহল। সেই অনুপাতে ককালৰ তলৰ অংশ ক্ষীণ। যেন এজন স্বাস্থ্যবান মানুহৰ তলৰ অংশ আতৰাই তাৰ ঠাইত এজন গ্ৰহণী ৰুগীয়া মানুহৰ তলৰ অংশ লগাই দিছেহি।

মানুহজন বাথৰুমত সোমাওঁতে মোক স্বামীৰ কুঠৰা সুৰৰে কলে— তুমি কিমান সতী সাধ্বী জনা আছে। ঢং নধৰিবা। মই খুলি নকলেও নিশ্চয় সকলো বুজিছা। এই মানুহজন মোৰ চাকৰীৰ মুৰ মেৰুদণ্ড।

এওঁ বিলাতত চাৰি বছৰ থাকি অহা মানুহ। এওঁলোকৰ মতে এইবোৰ ভাৱৰ জগত প্ৰাণী খোৱা কথা। জগতে আমাৰো স্বাৰ্থ এটা আছে। আমাক সন্তান এটি লাগে।'

এইবাৰ মই মাত লগালো 'পুলিচৰ চাকৰীত বিলাত ফেৰত মানুহ থকা এই প্ৰথম শুনিলো। মোৰ কথা শুনি তেওঁ সক মাতেৰে তপ্ত সুৰত কলে তুমি কি ভাবা! পুলিচত থকাবোৰ সকলো বোজা ভাৰ বোৱা গাধা।

তেওঁৰ কথাষাৰ সমাপ্ত কৰা নহল। দুৱাৰ খুলি ভদ্ৰলোকটি বাথৰুমৰ পৰা ওলাই অহাত সিমানতে বৈ দিলে। মই নিৰবে উপায় চিন্তা কৰিলো। কি দৰে মই এতিয়া এই ৰাক্ষসইতৰ গ্ৰাসৰ পৰা উদ্ধাৰ পাওঁ। অলপ পাচতে তেওঁ নিশ্চয় গাৰ সোপাই কাপোৰ খুলিব। ছিঃ ভাবিবই নোৱাৰি। ঘৃণা অব্যক্ত এক আক্ৰোসৰ উত্তেজনাত মই দাঁত চেপি ধৰিলো। ওলাই যোৱাৰ আশাৰে দুৱাৰৰ ফালে আগ বাঢ়িলো। সহ্যৰো সীমা আছে। মোক অম্বিকা অত্যালিকা কৰিবলৈ গৈ তেওঁ মোক তেওঁৰ চাকৰীৰ মুৰ মেৰুদণ্ডক তুষ্ট কৰিবলে ব্যৱহাৰ কৰিছে কালিলৈ সোন হাবাৰ লোভত যে ব্যৱহাৰ নকৰিব কোনে জানে। মই দুৱাৰত হাত দিয়াৰ লগে লগে তেওঁ উঠি গৈ মোৰ গালত এটা প্ৰচণ্ড চৰ সোধালে মই স্তব্ধ হৈ বৈ গলো। মোৰ জীৱনত মোৰ গালত পৰা এইটো প্ৰথম চৰ। হয়তো এইদৰেও কব পৰা যাব এই আৰম্ভ বুলি। যদি মই মোৰ স্বামীৰ এনে কাৰ্য্যৰ প্ৰতিবাদ কৰো তেন্তে তাৰ মূল্য ইয়াকেই দি যাব।

মই গালত হাত দি ভলমূৰকৈ বৈ আছো। কানখন সোঁ সোঁ কৰি আছে। মই যেন বসুমতীৰ ও-ও—কৰি অসহ্য বেদনাত কেকোৱা কেকনি শুনিছো। অনন্ত দুঃখত অত্যাচাৰত ব্যাভিচাৰত বসুমতীয়ে যেন তেনেকৈ কান্দিছে।

মোক হাতত ধৰি টানি আনি বিছনাত ঠেলা মাৰি পেলাই দি তেওঁ কলে—'প্ৰফুল সুদৰ্শন সেয়ে তাৰ ক্ষেত্ৰত এই মূৰ্ত্তি নেদেখিলো।'

মই অস্ফুট কণ্ঠেৰে প্ৰফুলক উদ্দেশ্য কৰি চিঞৰি উঠিলো—মোৰ স্বামীয়ে মোক নৰকৰ দুৱাৰ খুলি নৰকলৈ ঠেলিছে। মোক তুমি উদ্ধাৰ কৰিবানে।

মোৰ আৰ্ত্তনাদ মোৰ বুকুতে আৱদ্ধ হৈ থাকিল। পৃথিৱীয়ে তাৰ কোনো সম্ভেদ নাপালে। আজি নিশা, নিশাৰ নিৰৱতাক সাক্ষী ৰাখি মোৰ ইতিহাস লিখিছো। তাত মোৰ বুকুৰ কথাও ব্যক্ত কৰিলো। মই মৰাৰ পাচত যিয়ে এইখন পঢ়িব তেওঁৰ লগতে মোৰ সচা পৰিচয় হব। আজি মোৰ মনলৈ আহিছে—ইমানতে এই জীৱনক বিদায় দিয়াই ভাল হব।

১৯৫৮।১২ জানুৱাৰী

হোমাগ্নিক সাক্ষী কৰি দেউতাই মোক মোৰ স্বামীৰ হাতত অৰ্পণ কৰিলে বুলিতো স্বামীয়ে মোক যেনেকৈ নচুৱাই মই তেনেকৈ নাচিব নোৱাৰিম। মই সিদ্ধান্ত কৰিলো চতুৰ্থ পুৰুষ হাতত পৰাৰ আগতেই যি কোনো পথেদি যি কোনো উপায়েৰে এই খেলৰ পৰা ওলাব লাগিব। কিন্তু কেনি কলৈ ওলাম?

ঘৰলৈ ওলাবলৈ ঘৰত মে.লৈ বুলি বুকুত অমৃত লৈ হেপাহৰে মই যোৱাৰ ৰাটলৈ চাই আছে কোনে? ঘৰততো মোৰ মা নাই। আছে মাহীমা। তেওঁৰ বুকুত আছে বিহপাত্ৰ। মোৰ বিয়াত খৰছ বেছি কৰা বুলি মাহীমাৰ দেউতাৰ লগত মাত বোলেই বন্ধ আছিল। মোৰ লগত দিবলৈ গঢ়োৱা অলঙ্কাৰ খিনি যিদিনা আনিলে, সেই দিনাৰ পৰা মাহীয়ে মোক ওলাই অহালৈকে মাতকে নামাতিলে।

ঘৰলৈ ঘূৰি যোৱাৰ কথা ভাবিব নোৱাৰি গোটেই ঘৰটো ঘূৰি ঘূৰি বিহ জাতীয় কিবা পাওঁনে চালো। পৰা এদাল হাততলৈ তৎক্ষণাত আকৌ দলিয়াই দিলো। মনতে নিজকে কলো- এনেকৈ মৰিব নোৱাৰি। এই মৃত্যুত নিশ্চয় কষ্ট বেচি। মুখখন নিশ্চয় বিকৃত হৈ যাব। হয়তো চকুহুটা আক মেল খাই যাব। জিভাখন ওলাই পৰিব। মই ভাবিলো একাণ্ডই যদি মৰিব লাগে আৰামেৰে মৰিম। এনেকৈ মৰিবলৈ হলে সহজ উপায় হল টোপনি অহা পিল এসোপা খোৱা।

সেই নিশা স্বামীয়ে মোক বুকুত সাৱটি ধৰি কান্দিলে। মদখাই আগেয়েও তেওঁ এইদৰে কান্দিছে। আজি কিন্তু মদ নোখোৱাকৈ সোধোতে কলে মই বোলে বৰ ভাল। সেয়ে মোৰ মৰমতে কান্দিছে।

মাজতে কেইদিন মান মোৰ এই বহীখনত কোনো কথা লিখা নহল। কোনোবা এদিনা তেওঁ মোক কৈছিল—'যি আশা কৰিছিলো সেয়াতো ফুটি উঠিল। আভো গল্প পেটো নভবিল মই তোমাৰ লগত এজন প্ৰিয়দৰ্শন সুন্দৰ যুৱকৰ পৰিচয় কৰি দিম। ছাত্ৰনেতা এই ডেকাজনৰ বুকুত জুই আছে। চকুত সেই জুই জিলিকি উঠে। কথাত জুইৰ ফিৰিঙতি উৰে। সময়ত জুই জ্বলা চকু যোৰত সময়ত মৌ নিজৰি পৰে। অদ্ভুত কোমল লাগে চকুযোৰ। গভীৰ কোমল দৃষ্টিয়ে হৃদয় স্পৰ্শ কৰে। ছাত্ৰ আন্দোলন বোৰত প্ৰত্যেক বাৰেই গ্ৰেপ্তাৰ হয়। জেল খাতে। এনে এজন লৰাৰ পিতৃ হোৱা কম ভাগ্যৰ কথানে।

ইয়াৰ পাচদিনা ছুপৰীয়া লৰা এজনে মোক লগ পাবলৈ আহিল। পৰিনে আহি খবৰ দিলেহি—লৰা এজন আহিছে মোক লগ পব খোজে।

মই ওলাই গলো। আগফালৰ বাৰান্দাতে লৰাজন থিয় হৈ ঘৰৰ ফালে পিঠি দি বাটৰ ফালে চাই আছিল। মই মাত দিয়াত ঘূৰি মোৰ ফালে চালে। মোৰ মুখত চকু থৈ সুধিলে—

মই মোৰ পৰিচয় দিলো। তেওঁ নমস্কাৰ জনাই পকেটৰ পৰা খাম এটা উলিয়াই মোৰ হাতত দিলে। মোৰ ভাব হল লৰাজনে খোলোচা মনেৰে নমস্কাৰ জনোৱা নাই। অনিচ্ছা ভাবে মাথোন সকৈ কৈছিল নমস্কাৰ।' তাৰ পাচত কৈছিল 'তেখেতে দি পঠাইছে। আপোনাৰ হাতত্তহে দিবলৈ কোৱাত আপোনাক বিচাৰিছিলো।'

মই মন কৰো আনৰ দৰে মোৰ স্বামীক লৰাজনে 'চাৰ' সম্বোধন কৰা নাই। দাদা মামা এনে জাতীয় ও কোনো সম্বোধন নকৰি - 'তেখেত বুলি সম্বোধন কৰিছে। অলপ বৈ আকৌ কলে—'তেখেতে উত্তৰটো লৈ যাবলৈ কৈছে।'

প্ৰথম সাক্ষাততে মোৰ এনে লাগিল—এইটি এটি বৰ গহৰ পুলি। আচল পুৰুষৰ জাত। অফুৰন্ত মনোবল ও উজ্জ্বল সম্ভাৱনাৰে আগবঢ়া লৰা। জৰ্‌জৰ্‌ কৰি জ্বলি থকা চকু যোৰে যেন কৈ আছে মোক ফাকি দি কত সাৰিবা।

মই লৰাজনক মাতি আনি ভ্ৰইংৰুমত বহিবলৈ দি কলো—'আপুনি

পাচ মিনিট বহক দেই। মই চিঠিখন পঢ়ি কি উত্তৰ লিখিব লাগে লিখি আনো।'

মই ভিতৰ সোমোৱাৰ লগে লগে ফ'নটো বাজি উঠিল। মই ফ'নটো হাতত লৈ কলো—'মিছেছ. ৰাজ খোৱাই কৈছো।

'এই মাত্র পাইছেহি। মই চিঠিখন পঢ়াই নাই।'

'আপুনি এইবোৰ কি কৈছে? অসম্ভৱ। না মই নোৱাৰিম।'

মই ফ'নটো থৈ লৰাজনৰ ওচৰলৈ ঘূৰি আহিলো। চিঠি পঢ়া আৰু উত্তৰ লিখা এটাৰো আৰু প্রয়োজন নাই। তেওঁৰ কি কব লগীয়া মই যি জানিব লগীয়া জনা হৈ গল।

মই লৰাজনৰ সমুখৰ চকিত বহি তেওঁক একাপ চাহ খাবলৈ অনুৰোধ কৰিলো। তেওঁ পাতল ভাবেও আপত্তি নকৰিল। মই কলো—'এই ঘৰটোত মই অকলে অকলে থাকি থাকি সময়ত মাত মাতিবলৈও পাহৰি যাওঁ। মনে মনে থকা অভ্যাস হৈ গল।'

মোৰ কথা শুনি তেওঁ হাহিলে। শব্দহীন তেওঁৰ এই হাঁহিটো মোৰ বিশেষ অর্থ পূর্ণ যেন লাগিল। মই সুধিলো—'হাঁহিলে যে?' মনতে মই কলো—মইতো হাঁহিব লগীয়া একো কোৱা নাছিলো। দ্বিতীয়বাৰ অকনমান হাঁহি কলে—

'আপোনাৰ ঘৰটো অট্টালিকা। প্রকাণ্ড প্রকাণ্ড কোঠাবোৰত থাকিবলৈ মানুহৰ অভাব। আমাৰ ঘৰটো আপোনাৰ এই কোথাটোৰ সমানো নহয়। তাকে তিনিটা কোঠা কৰা হৈছে। ঠাই কম। মানুহ বেচি। অর্থাৎ আমি সৰু ঘৰটোত সাতোটা প্রাণী থাকো। আপোনালোকে এই দিশটো কল্পনাই কৰিব নোৱাৰে।'

'খুব পাৰো'। মই কলো—'মোৰ দেউতাৰ ঘৰখন আপোনালোকৰ ঘৰৰ দৰে নহলেও ঠিক এনেও নহয়। তুমি কোৱা ঘৰৰ দৰে ঘৰৰ লগত মোৰ বিয়াৰ আগতে একেবাৰে সমন্ধ নথকা নহয়। তাৰ পাচত কলো—

'তুমি পঢ়ি থকা লৰা তুমি বুলি কলে বেয়া নোপোৱাতো?'

'মই আপোনাৰ ভাইৰ দৰে বেয়া পাম কিয়?'

সেই নিশা স্বামীয়ে তেওঁৰ কথা কওঁতে মই কৈছিলো—

'পাচুনিজ্ত তেওঁ মোক কৈছে মই তেওঁৰ বাবেকৰ দৰে। অন্ততঃ এই ল'ৰাজনৰ কথা আৰু মোক নকব। তেনে এটা সন্তান মোক লাগিবই।' কথাবাৰ কৈ তেওঁ অলপ ৰৈ আকৌ কৈছিল, 'তোমাতকৈ সৰু কেতিয়াও নহয়। মোৰ স্ত্রী হিচাপে তেওঁ তোমাক চাইছে। তেওঁতো জনা নাই তুমি মোতকৈ কিমান সৰু। মোৰ মুৰৰ পকা চুলিত চকু থৈ তোমাৰ বয়স লেখিলেতো নহব।'

১৫ [illegible]—

আজি পুৱা তেওঁ মোক কোন নম্বৰ এটা দি কলে 'কোন কৰা।' স্বামীয়ে আদেশৰ সুৰত কথা কলে সেইকথা যেখোন নাৰাখি নোৱাৰো। ক'ত জানো মোৰ দুৰ্বলতা আছে। কোন কৰি তেওঁৰ আদেশমতেই মই তেওঁক মাতিলোঁ। ইয়াৰ আগতেও দুটা-তিনটা দেখুৱাই কেইবাবাৰো তেওঁক লগ কৰিছোঁ। এই সাক্ষাৎবোৰত মই তেওঁৰ চৰিত্ৰৰ বিষয়ে নিশ্চিত হৈছোঁ। অত্যন্ত সৎ ও সুন্দৰ স্বভাৱ তেওঁৰ। তেওঁৰ মুখলৈ চালে মোৰ এনে লাগে, এনে সন্তানৰ মাক নিশ্চয় পুণ্যৱতী হব লাগিব।

সাজ-পাৰ কেনেকৈ কি কৰিম তেৱেঁই চাই দিছে। সেন্দুৰেৰে দেৰ বডা কৰিবলৈ মানা কৰিছে। কপালত মাথোন সৰুকৈ ফোঁট এটা লবলৈ কৈছে।

অৱৰ, চকুযুৰিৰ ল'ৰাজন ঠিক সময়তে আহি ওলালহি। তেওঁ মোক সুধিলে, 'আপুনি বাৰু মই তাত আছোঁ বুলি কেনেকৈ জানিলে? আপোনাৰ বিশেষ কি কথা আছে কওক। মইয়ো তাত বিশেষ কাম এৰি আহিছোঁ।'

'তোমাৰ যদি বিশেষ জৰুৰী কাম আছে মোৰ কথা মই নকওঁ দিয়া।' মই কলোঁ।

'মোৰ প্ৰয়োজনীয় কাম বাকি এবাৰ [illegible] ঠেলিলেও হব। কওক কিয় মাতিছিল?' তেওঁ কলে।



৩

'তেওঁ আজি হঠাৎ একালে যাবলগীয়া হ'ল। ইফালে মই দুটা টিকেট লৈ থৈছিলোঁ। যাবা?'

'ক'লৈ?'

'কাংচনলৈ। জয়ন্ত হাজৰিকা আহিছে। এই কাংচনত এজন কুকন নামৰ ডাক্তৰ ল'ৰা এজনে গায়। আৰু তাৰ মুখত তেওঁৰ কণ্ঠৰ বিষয়ে শুনিছোঁ। হৈছেত হাঁহি হাঁহি গান গোৱাৰ বোলে এটা আৰ্ট আছে। মই তেওঁক চাবলৈ, তেওঁৰ গান শুনিবলৈ ওলাইছোঁ। জয়ন্তৰ গান পুৱা-গধূলি ৰেডিঅ', ৰেকৰ্ডত শুনিয়েই আছোঁ।'

'কাংচনলৈ যাবলৈ আপোনাৰ লগ নাই?'

'নাই।'

'মোৰ ভণ্টিকে আপোনাৰ লগত পঠাম হব?'

'কিয় তুমি? মোৰ লগত যাবলৈ বেয়া পাইছা?'

'আপুনি যে কি কৈছে? মোৰ বিশেষ কাম এটা আছিল যাবেহে।'

'তোমাৰনো এনে কি বিশেষ কাম থাকিব পাৰে? ঘৰত তোমাৰ দেউতাৰা আছে। দাদাৰা আছে।'

'ঘৰৰ কাম নহয়।'

'বাহিৰৰ কাম? জনসেৱাৰ ব্ৰত? ভৱিষ্যৎ এম-এল-এ, মন্ত্ৰী হোৱাৰ স্বপ্ন আছে নেকি?'

মই কথা শেষ কৰাৰ আগতেই তেওঁৰ চকুৰে-মুখে ৰূপ সলালে। অমৃত নিজৰি থকা চকুযোৰত ঘপহকৈ জুই ফিৰিঙতি জিলিকি উঠিল। তেওঁ একো মাত মতা নাছিল। মই ক'লোঁ, 'বেয়া পালা?' অলপ বৈ আকৌ ক'লোঁ, 'তোমাৰ দৰে ল'ৰাই এম-এল-এ, মন্ত্ৰী হৈ গোৱা আহল-বহল ওখ জীৱনৰ স্বপ্নত আন্দোলনত জপিয়াই দুকুবে। বন্দুকৰ গুলী চি. আৰ. পি.ৰ বেনেটৰ খোচলৈ ভয় নকৰি তোমালোক আগবাঢ়া দৰিদ্ৰতাৰ বিৰুদ্ধে যুঁজিবলৈ। দুষ্কৃতি অন্যায়ক দমন কৰি অসহায়তাৰ

ৰক্ষাৰ হৈ যুৱকক প্ৰতিজ্ঞা কৰাব লাগিছে। ভাৰতৰ প্ৰতি নাগৰিকৰ বুকু যদি তোমালোকৰ বুকুৰ দৰে হলহেঁতেন তেন্তে মহাত্মাৰ সপোন ভাৰত সঁচাই ৰামৰাজ্য হলহেঁতেন।'

'আপোনাৰ লগত যাবলৈ হলে মই আইক কোনো এটা কবি লব লাগিব। এতিয়াই আহিম বুলিহে মই ওলাই আহিছিলো। মোলৈ বৈ থাকিব।' তেওঁ কলে।

'কোন কৰিবা—? আহা' বুলি মই তেওঁক ভিতৰলৈ কোন ঘৰা কমটোলৈ মাতি লৈ যাওঁতে বাটতে মাত্ৰে দেখা পালে। তেওঁ কোন খৰোতে মায়ে মোক সুধিলে—'ল'ৰাজন কোন?'

'পেহীৰ ল'ৰা।' মই কলো।

বাটত আহোঁতে তেওঁ মোক সুধিলে—'পেহীৰ ল'ৰা বুলি মিছাকৈ কিয় কলে?'

'নহলে বা কি ভাবে।' মই অকণো লুকঢাক নকৰাকৈ কলো— 'এই ঘৰখন মান্ধাতা যুগতে থকা ঘৰ। জীয়ৰী বোৱাৰীয়ে অনাত্মীয় যুৱকৰ লগত কথা পতাও প্ৰশ্নৰ কথা।

কোন—?

কিয়—?

কি কথা—? ইত্যাদি ইত্যাদি।'

কথাষাৰ কৈ মই তেওঁৰ মুখলৈ চালো। তেওঁ মোৰ মুখলৈকে চাই আছিল। গাড়ীৰ পাচৰ চিটত তেওঁ আৰু মই। ড্ৰাইভাৰে সমুখৰ পথত দৃষ্টি ৰাখি ধীৰে ধীৰে এক্সেলেটৰত ভৰিৰ ভৰ দিছে। মই লাহেকৈ তেওঁৰ হাতখন মোৰ হাতলৈ তুলি লৈ কলো—

'মই তোমাৰ নামটোৱেই নাজানো।'

'জয়—মোৰ নাম।'

'সুন্দৰ নাম। এইটো নিশ্চয় ঘৰত মতা নাম?'

'আনটো নাম জীৱন। জীৱন মহন্ত।'

'তুমি জয়! তুমি জীৱন!' সক সক মাতেৰে মই আপোন মনে কলো। মোৰ অজ্ঞাতে মোৰ দীৰ্ঘ নিশ্বাস পৰিল। মই দুৰ্ব্বল অনুভৱ কৰিলো। নিজক অস্ফুট কণ্ঠেৰে কলো মই নিজে নাজানিছিলো মই যে ইমান দুৰ্ব্বল! মোৰ নিজৰ ওপৰত বিশ্বাস নাই। মই দৃঢ় নহওঁ। নিজক নিজে গালি পাৰি তেওঁৰ হাতখন লাহেকৈ আঁতৰাই দিলো। মই নজনাকৈয়ে মোৰ মনে সংগ্ৰাম আৰম্ভ কৰি দিলে। মই ভয়ঙ্কৰ এক ৰাক্ষসৰ ভয়ঙ্কৰ মুখ গহ্বৰলৈ যেন ক্ৰমাৎ আগবাঢ়ি গৈছো। মোৰ এনে লাগিল। মই ভয় ভয় ভাবেৰে জয়ৰ মুখলৈ চালো। তেওঁ সুধিলে—'কি হল?'

'মোৰ ঘৰটোৰ শূন্যতাই নিৰবতাই মোক তিলে তিলে হত্যা কৰা কথাই মোৰ জীৱনত আউল লগাইছে। নিসঙ্গতা বোধে মোক পাগল কৰি দিব। মই অনুভৱ কৰো এটা অভাৱ। এক ভাগৰ। এই শূন্যতাই, এই ভাগৰে মোৰ সৰ্ব্বমন গ্ৰাস কৰি সংগ্ৰামৰ অগ্নি জ্বলাইছে।'

'কেনে সংগ্ৰাম মই বুজি পোৱা নাই।' জয়ে কলে। তেওঁৰ আগত ইচ্ছা কৰিয়েই মই মোৰ শূন্যতাৰ কথা উলিয়াইছো। মোৰ কৰৰ মন গৈছিল—তুমি বুজা নাই। তুমি ভীষ্ম আৰু মই বিচিত্ৰবীৰ্য্যৰ বিধবা পত্নী। মোৰ স্বামীয়ে শান্তনু ৰজাৰ পত্নী পদ্মগন্ধাৰ ভাও লৈছে। মোক অম্বিকা অম্বালিকাৰ ভাও দি সজাই পৰাই তোমাৰ ব্ৰত ভাঙিবলৈ পঠাইছে। উদ্দেশ্য আমাক এটি সন্তান লাগে।

এনেকৈতো কব নোৱাৰি সেয়ে কলো—

'যদি ভৰ দুপৰীয়া কুলিৰ মাত শুনো তেতিয়া মোৰ চকুত ভাহে—আমকলি ভৰি থকা গছলৈ এটি শিশুৱে কৰ্মু টিয়াই থকা।' মানা কৰা কথা সি কেতিয়াও নুশুনে। কেতেকী চম্পা ফুলৰ গন্ধত, গছত ওলোৱা কুঁহি পাতত মই এটি সৰু শিশুৰ বৰ্ণ কোমল ভৰি দুখন ও কণ কণ আঙুলিৰ কণ কণ নখত জেতুকাৰ বোল দেখো। অৰ্থাৎ মোৰ চকুত কোমল দুটি ভৰি ও দুখন হাত ভাহি উঠে। সেই ভৰি, সেই হাত এটি

শব্দ শিহৰণ। লগে লগে মই অন্তৰৰ এক শূন্যতা অনুভৱ কৰো। বুকুখন মোচৰ্ খাই উঠে।'

'বিয়া হোৱা আপোনাৰ কেইবছৰ হ'ল ?' বুলি প্ৰশ্ন কৰি জয়ে মোৰ মুখৰ পৰা ভবিলৈকে লক্ষ্য কৰিছিল। মই সুধিলোঁ—

'কিয় সুধিলা—?'

'এনেয়ে।' তেওঁ কলে। এনেয়ে বুলি কলে যদিও মই বুজিছো— এনেয়ে তেওঁ এই প্ৰশ্ন কৰা নাই। আৰু সেই দৃষ্টিও অৰ্থশূন্য নহয়। তেওঁ হয়তো ভাবিছে মোৰ আটিল দেহৰ গঠন নষ্ট হব বুলি স্বামীয়ে মোক সন্তানৰ জননী হোৱাৰ পৰা বঞ্চিত কৰি থৈছে। কোনোৱে ভাবে সন্তানৰ জননী হলে নাৰীৰ সৌন্দৰ্য্য নষ্ট হয় বুলি। কোনোৱে কয় প্ৰথম সন্তানৰ জননী হোৱাৰ পাচতহে আচল সৌন্দৰ্য্য ফুটি উঠে।

১৬ জানুৱাৰী—

ঘোৱাকালি এই ডোখৰ লিখি থাকোতেই জয় আহি ওলালহি। লিখাখন সামৰি থৈ মই গৈ দেখো তেওঁৰ লগত মায়ে কথা পাতি আছে। মই গৈ ওচৰতে বহিলোগৈ। জয়ক মায়ে সুধিছে তেওঁৰ ঘৰত কোন কোন আছে ? দেউতাকে কি কৰে ? মাক কেনে আছে ? ইত্যাদি। তাৰ পাচত মোক সুধিলে জয় মোতকৈ সৰুনে ডাঙৰ ?

'সৰু।' লাহেকৈ মই কলো।

'তেতিয়া হলে একেবাৰে ল'ৰা মানুহ। তোমাৰনো বয়স কিমান।' কথাষাৰ কৈ মায়ে ক্ষন্তেক মোৰ মুখলৈ চাই ৰ'ল। হয়তো মায়ে ভাবিছিল এতিয়াই তেওঁ নিৰাশ হোৱা উচিত হোৱা নাই। আৰু কেই বছৰ আশাৰে বাট চাব পাৰি।

তেওঁক কালি মায়ে ভাত খাই যাবলৈ জোৰ কৰিলে। ল'ৰা মানুহ, নিমন্ত্ৰণ নকৰাকৈ হঠাতে কলেও খাবলৈ বেয়া পাব লগীয়া একো নাই। মায়ে মুঠতাই এই কথাও কলে।

নিশা ল-বজাৰ ভিতৰত ভাত খোৱা এই ঘৰৰ নিয়ম। স্বামীয়ে

মোক মনে মনে কলে—'জয়ক আজি থাকিবলৈ কোৱা।' তেওঁৰ কথামতেই মই জয়ক কৈছিলো—

'এতিয়া ভাতখাই যাবলৈ এলাহ লগা নাইনে? নালাগে যাব গুই থাকা ইয়াতে।' কিন্তু তেওঁ কলে—

'নিশা ঘৰলৈ ঘূৰি নগলে মায়ে হুলস্থুল লগাব। অত্‌ তত্‌ বিচাৰি আক্‌ তাক্‌ পঠাব।'

তেওঁ থকাত আপত্তি কৰাত স্বামীয়ে তেওঁক নমাই আহিবলৈ ড্ৰাইভাৰক হুকুম দিলে। মই স্বামীৰ মুখলৈ চাই অবাক হওঁ। মই বুজিব পাৰো জয়ক তেওঁ মৰম আদৰ কৰাতো আন্তৰিকতা শূন্য নহয়। জয়ৰ কাষত বহি তেওঁ দুই-এটা হলেও ইটো সিটো কথা পাতে। মই জানো জয়ে যাতে বেয়া নাপায় এই কথা ভাবিহে তেওঁ জয়ৰ কাষত বহে। জয় যোৱাৰ পাচত কালি তেওঁ মোক কৈছিল—

'তুমি যিদৰে জয়ক মৰম কৰা, মোক নকৰা। জয় আহিলে তোমাৰ চকু মুখ উজ্জ্বল হৈ পৰে।'

'জয় সৰু ল'ৰা—সৎ-সুন্দৰ। দৃঢ় চৰিত্ৰৰ।' সেয়ে ভাল পাওঁ। মৰম লাগে।'

'সৰু হলেও ডেকা ল'ৰা।' কথাষাৰ কৈ অলপ ৰৈ তেওঁ কলে—

'তেওঁৰ লগত তোমাক কিয় নিবিড় সম্পৰ্ক গঢ়িবলৈ দিছো তুমি পাহৰিছা নেকি—?'

অৰ্থাৎ তেওঁ মোক জনাইছে মই হৃদয় দিয়া লোৱা কৰিবৰ বাবে তেওঁ জয়ক আদৰি অনা নাই। মই কলো—

'নাই পাহৰা। কিন্তু তেওঁক জয় কৰা সম্ভৱ নহব।'

'এই ৰূপ-যৌৱনৰ বহ্নিত তেওঁৰ দৃঢ়তা, মনোবল, সংযম শক্তি পৰি ছাই হৈ যাব।'

'নহয়। কেতিয়াও নহয়।' মই কলো। মনে মনে ভাবিলো— তেওঁক অকণমান ইফাল-সিফাল কৰিব পাৰিলে মুকুৰ ৰমযেৰে

পাবিম। এই সুন্দৰ সজ্জাৰ জেউটি কণ-মোহনৰ জোৱাবেৰে লগাব নোৱাৰি।

ইতিমধ্যে সকাই তেওঁ মোৰ বুকুত, মোৰ চকুত প্ৰতিষ্ঠিত হৈছে। মোৰ মনে সৰ্ব্বক্ষণ তেওঁৰ উপস্থিতি কামনা কৰে। তেওঁৰ ক্ষেত্ৰত মই আৰু ইয়াতকৈ আগবাঢ়িবলৈও নিবিচাৰো। মই বিচাৰো আমাৰ এই সম্পৰ্ক এইদৰে ইমানতে ৰওক। ই হব পবিত্ৰ মধুৰ এক অন্য সম্পৰ্ক। কিন্তু স্বামীয়ে মোক ইকালে সচেতন কৰি কৈ আছে—'মই তোমাক আৰু এই বিষয়ে যাতে কব লগীয়া নহয়।'

তেওঁৰ কথা মতে কালিলৈ জয়ক মাতিছো। চিনেমা চাবলৈ মোৰ লগ নাই বুলিয়েই মাতিছো। তেওঁ কৈছে চিনেমা হলৰ পৰা ওলাই অলপ ঘূৰি আহো বুলি কিছুদূৰ গাড়ীৰে আগবাঢ়ি গৈ অলপ পলমকৈ ঘূৰিবলৈ। ইতিমধ্যে মা যাতে শুবলৈ যায়।

স্বামীৰ আদেশ মতেই মই কাম কৰি গৈছো। কঠা-কোৰ্টেট পৰা সেই হোটেলটোৰ সেই কোঠাটোৰ পৰা সেই মানুহজনৰ—তিক্তকাণ্ড মৰণৰ কথাইতো ভাবিছিলো। নিজকে মই বাৰে বাৰে কৈছো—সেই ভাবতেই মোৰ মৃত্যু হল। এয়া মোৰ নতুন জীৱন। এই জীৱনত জয়ক এইদৰে পাই থাকিলেই মোৰ জীৱন সাৰ্থক হলহেঁতেন। কিন্তু মই স্বামীৰ উদ্দেশ্যৰ কথাও বাদ দিব নোৱাৰো। সেয়ে হয়তো তেওঁ মোক হোটেলৰ সেই কোঠাটোলৈ বা আন এক জেনে হোটেলৰ আন এটি কোঠালৈ আকৌ লৈ যাব। মানুহজনতো তেওঁৰ চাকৰীৰ মূল-মেৰুদণ্ড।

১৭ জানুৱাৰী—

আজি পুৱাৰে পৰা কিন্‌কিন্ কৰে বৰষুণ দি আছে। বতাহটো পূৰ্ণতাই মধুৰ কৰি তুলিছে। জাৰ লাগিছে। অদ্ভুত জাৰ। মোৰ জীৱনৰ এই অভিলাষৰ কেতিয়া অন্ত পৰিব? এটি সন্তানৰ মাতৃ হোৱাৰ যি পূৰ্ণতাৰ বাসনা আছিল, সি যেন অকস্মাৎ জাগি আহিছে। সেই কথা একান্ত আজি স্বামীক এই কথা কৈছিলো। মই অনুৰোধ কৰিছিলো

'তেওঁ যেন মোক মুক্তি দিয়ে।' তেওঁ আকৌ বিয়া কৰাওক আৰু সেই পত্নীৰ লগত জয়ৰ পৰিচয় কৰি দিয়ক।

মই এইবোৰ গালো বালো হয়, ইফালে তেওঁ বাতিলৈ কি কি বন্ধা হব তাৰ হিচাব দিলে আৰু ভাল মাছ আনিবলৈ নিজে বজাৰলৈ যোৱা কথা কলে। মিঠাই দৈ পায়সৰ কথাও নাপাহৰিলে।

শাহুৱে কৈছে—'ল'ৰাটো যদি ভাত খাবলৈকে মাতিছা তুমিনো কেনি ওলাইছা ?'

'এঠাইত ভাল মৌলবি এজনৰ নাম ৰবকৈ শুনিছো। তালৈকে যাম।' মায়ে সুধিলে এনেকৈ কবলৈ স্বামীয়ে শিকাই দিছিল। কথাষাৰ কৈ মই ততাতৈয়াকৈ মাৰ ওচৰৰ পৰা আতৰি আহো। মোৰ ভয়—আৰু বা কি সোধে! কিবা সুধিলে কি উত্তৰ দিম।

মোৰ চকুত জয়ৰ মুখখন ভাহি উঠিছে। তেওঁৰ চকু, কপাল, নাক, চুলি, দাঁত সকলো মিলি তেওঁক তপোনিষ্ঠ কোনোবা দেবকুমাৰ যেন লাগিছে। তপস্যাত ৰত সেই দেবকুমাৰৰ মই তপ ভাঙিব লাগিব। মোৰ ৰূপ-যৌৱনৰ বানত মই তেওঁক উটাই নিব নোৱাৰিম জানো। তথাপি মই স্বামীৰ আদেশত নৃত্যৰ সাজেৰে সাজিছো। (মই জীৱন মঞ্চত স্বামীৰ আদেশত নৃত্যই কৰিছো এয়া;) সুন্দৰ সাজপাৰ কৰিছো। গাত সু-গন্ধী আতৰ লৈ জয়ৰ প্ৰতীক্ষাত বৈ আছো।

৭ কেঁজৰাবী—

বহুত দিন মই এই বহীখন লৈ বহা নাছিলো। সিদিনাৰ বিশেষ সন্ধ্যাটিৰ কথা কবলৈ মই বহীখন উলিয়াই লৈছো।

জয়ক ভাতখোৱাৰ পাচতহে কলো—'তেওঁ সন্তৱ আজি নাহিব।' এইদৰে কবলৈ তেওঁ শিকাই থৈছিল। তেওঁ কৈছিল—'যি কোনো উপায়েৰে তুমি জয়ক ৰাখি থবা।' মই কলো—'তেওঁক যেনিবা ৰাখিব নোৱাৰেই। তেওঁ কিন্তু এইবোৰত উদাসীন। মানে অদ্ভুত মনোবল থকা মানুহ জনিয়া তেওঁৰ। এই কেইমাহে মই খুব বঢ়িয়াকৈ বুজিছো।

সোমেয়েহে তেওঁক মোৰ ইমান ভাল লাগে।' 'কি দিবাৰে?' তেওঁ কলে— 'তুমি বিবাহিতা হলেও ৰূপৱতী যুৱতী। নিশা তোমাক নিবলৈ কাষত পোৱা আৰু দিনত পোৱা একে কথা নহয়। এনেকুৱা কথা সময়ে কব। পৰিবেশে সকলো সহজ কৰিব।'

জয় লাইব্ৰেৰী কমত বহি কিতাপ এখন পঢ়ি আছিল। স্বামীৰ কথামতেই মই কমলাৰঙৰ নাইট গাউনটো পিন্ধিছিলো। তেওঁ মোৰ গাত চেণ্ট ঢালি দিছিল। তাৰ পাচত তেওঁ আৰু মোৰাৰ পাচত মই গৈ লাইব্ৰেৰী কমত সোমালোগৈ। কিতাপৰ পৰা চকু তুলি জয়ে কলে—'মই যাওঁ।'

তেওঁ যেন ইমান সময় মোক মাত লগাবলৈ মোৰেই প্ৰতীক্ষাত বৈ আছিল। মই কলো—'সময়তো বেচি হোৱা নাই যাবা বহা। বৰষুণ দি আছে। ড্ৰাইভাৰে ভাত খাই লওক, তোমাক থৈ আহিব।'

বহি থাকিবৰ মনযোৱা নাই, গাটো বেয়া লাগিছে বুলি জয়ক ভিতৰ কোঠালৈ মাতি আনিলো। ভিতৰ কোঠালৈ তেওঁক এক প্ৰকাৰৰ অনুৰোধ কৰি অনাৰ দৰেহে আনিব লগীয়া হৈছিল। মই বিছনাত পৰি তেওঁক কলো—'মই শুই পৰা বাবে বেয়া নাপাবা।'

কিছু সময় পাৰহৈ গল। জয় মোৰ ওচৰতে বহি আছে। বাহিৰত তেতিয়া ধাৰাসাৰে বৰষুণ। মই জয়ৰ লগত অভিনয় কৰি কষ্ট পাব লগীয়া নহল। জয়ৰ প্ৰতি থকা মোৰ স্বাৰ্থহীন মৰমত সচাই মোৰ মন কেনেবা কৰিছিল। মই জয়ক কলো—

'বাহিৰত বৰষুণ আৰু নিশাৰ অন্ধকাৰ। মোৰ ঘৰটো চোৱাচোন কিমান নিস্তব্ধ। এই নিৰবতা, এই শূন্যতাই মোক যেন গিলিবলৈ মুখ মেলিছে। তুমি আজি থাকানা।'

'নাইতে চিন্তা কৰিব।'

'তাবিব বাহুলত কৰবাত আৰম্ভ হৈ বলা।'

'বহুত বেছি বৰষুণ দি থাকিলে এসময়ত তিতি হলেও মন ভালাইনে।'

'আজি চিন্তা নকৰা দিয়া। এই চিন্তাত তোমালৈ কেইবাটিমান মৰম বাঢ়িব।'

মোৰ কথা শুনি জয়ে অকণমান হাঁহিলে। তাৰ পাচত কলে—'আজি নিশা বাক মই অকণমান সঙ্গ দিলো—আজিয়েইতো আপোনাৰ জীৱনৰ শেষ নিশা নহয়। এনে বৰষুণৰ অন্ধকাৰ নিশা আৰু বহুত আহিব।'

'আজিৰ এই মধুক্ষণৰ স্মৃতি সেই সময়ত বৰ কষ্টদায়ক হব অৱশ্যে।' কথাষাৰ কওঁতে কুকুৰফালৰ পৰা কিবা এটা উজাই আহি ডিঙিত চেপা খাই বোৱাৰ দৰে লাগিল। চকুযোৰ মোৰ সেমেকি আহিল। মই অনুভৱ কৰিলো জয়লৈ মোৰ কিমান মৰম। গাৰুত মুখ গুজি মই পৰি ৰলো। মই কন্দা যেন দেখি মোৰ মূৰত হাত এখন থৈ তেওঁ মাত দিলে—'সন্ধ্যাবা— ?' মই মনে মনে থকাত আকৌ সুধিলে—

'আপোনাৰ গা বেচি বেয়া লাগিছে নেকি ?'

মই মুখ তুলি তেওঁৰ মুখলৈ চাই হাঁহিবলৈ চেষ্টা কৰি কলো—'আনন্দত কন্দা শুনিছিলো। গভীৰ মৰমত কন্দা তুমি জানো শুনিছানে নাই ? মই কিন্তু শুনা নাছিলো। এয়া এতিয়া তোমাৰ প্ৰতি মোৰ বুকুত উভৱ হোৱা মৰমতে মই কান্দিছো। শৰীৰৰ কষ্টত নহয়। মনৰ কষ্টতো নহয়। তোমাক মই হেৰুৱাবলৈকে পাইছো। দুখ পাবলৈকে পাইছো। সময়ে তোমাক মোৰ পৰা আতৰাব। এই সময়ৰ মিঠা অনুভূতি সিদিনা কিমান কষ্টদায়ক হব তুমি নুবুজিবা।'

'সন্ধ্যাবা, মই তোমাক বুজা নাই।' এই প্ৰথম জয়ে মোক তুমি বুলিলে। মই কলো—

'জয়! মোৰ জীৱনলৈ বৰ্তমান তুমি মুঠি মুঠি প্ৰাণ লৈ আহিছা। মই ভবিষ্যতৰ কথা কৈছো। আজিৰ এই মধুৰ সময়ৰ স্মৃতি সিদিনালৈ বৰ অস্বস্তিদায়ক হব।'

'সেয়া বহুত দিনৰ কথা। তাতে তোমাৰ আৰু মোৰ ঘৰ ইয়াতে। আমি দেখা-সাক্ষাৎ হৈ থকাৰ পৰা বঞ্চিত নহওঁ।'

মই মোৰ অজ্ঞাতে 'উস্' বুলি দীৰ্ঘ নিশ্বাস এৰি বাসৰ সলালো। জয়ে মোৰ কপালখন লাহে লাহে মোহাৰি দি কলে—'ক'ত হৈছে সম্ভাৰা ? মই এইদৰে থাকো তুমি টোপনিয়াবলৈ চেষ্টা কৰা।'

অলপ সময় মই নিৰবে থাকিলো। মোৰ স্বামীৰ সজাগ দৃষ্টিৰ কথা মই জানো। মই জানো তেওঁ কৰপথা কেনেকৈ আমালৈ লক্ষ্য কৰি আছে। আমি পতা কথা তেওঁ অৰণ্যে শুনা নাই।

মোৰ কপালৰ পৰা জয়ৰ হাতখন আতৰাই মই কলো—'তুমি বহি বহি কষ্ট কৰিবা—আৰু মই আৰামেৰে শুম। সেইটো নহব। তুমিও এই ডোখৰতে শোৱা। ময়ো তোমাৰ চুলিত এইদৰে দিও। বাবে আগতে টোপনি যাব তেওঁ ইয়াত থাকিব। আনজন সোখন বিছনালৈ যাব।' কৈয়েই মই মোৰ কাষৰ গাৰুটোত তেওঁক টানি শুৱাই ললো। মই বিছনাত উঠি বহি জোৰ কৰি তেওঁৰ জোতাজোৰ খুলি দিলো। তাৰ পাছত মই আগৰ ঠাইত শুই তেওঁৰ চুলিত, কপালত, চকুত, বাহুত হাত দিলো। বনিয়নৰ তলত হাতভৰাই কলো—

'জয় তুমি মৰমিয়াল।'

'হয় নেকি—!' জয়ে কলে।

'তোমাৰ বুকুত নোম আছে।'

'নোম থাকিলেনো কি হয় ?'

'তুমি শত্ৰুকো হত্যা কৰিব নোৱাৰিবা।'

'মোৰ কিন্তু বহুতক হত্যা কৰিবৰ মন যায়।'

'কাক—'

'জনাৰণ্যৰ বিষাক্ত কীটবোৰক।'

'জয়—'

'ও'

'তুমি নিশ্চয় ভেজালকাৰী, ঘোচখোৰ, চোৰাং বেপাৰীহঁতৰ কথা কৈছা। এই মুহূৰ্ত্তত তুমি উত্তেজিত নহবা। তোমাৰ চকুযোৰ বৰ উজ্জল। এই উজ্জলতাৰ এই মুহূৰ্ত্তত মোৰ বুকুৰ ভিতৰখন চোৱাচোন। মোৰ বুকুত তোমাৰ প্ৰতি কি আছে। মোৰ বুকু কি হৈছে। মোক কি লাগে?'

'মোক একো নালাগে। তোমাৰ পৰা মই একো বিচৰা নাই। মই মাথোন মোৰ বুকুৰ পূৰ্ণ পাত্ৰৰ মৰম তোমাক দিবলৈ বিচাৰো।'

মই জয়ৰ চকুৰ পতাত মোৰ ওঁঠৰ পৰশ দিলো। কপালত দিলো। মোৰ গাল-মুখ তেওঁৰ গালত থলো। তেওঁ কলে—'এইদৰে হলেতো মই তোমাৰ মৰম গ্ৰহণ কৰিবলৈ তোমাৰ ওচৰলৈ আহিব নোৱাৰিম।'

'কিয়—?'

'বুজা নাই—?' অলপ বৈ তেওঁ লাহেকৈ কলে—

'মইতো সক ল'ৰা নহওঁ। তুমি যেনেকৈ মৰম কৰিছা মই যেন সক ল'ৰাহে।'

'মাথোন—এয়ে। ইমানেই।' মই জয়ৰ বুকুত মুখ গুজি কলো।

'মই তোমাৰ ওচৰত হাৰি গলো।' আবেগেৰে অথচ আলফুলে জয়ে মোক তেওঁৰ বাহুৰ মাজত ভৰাই লৈ কলে।

এই সান্নিধ্যৰ মধুৰ পৰিণাম মই নিৰ্দিষ্ট দিনত গম পালো। স্বামীৰতো আনন্দৰ সীমা নাই। তেওঁৰ আনন্দৰ পৰিমাণ বুজাবলৈ ভাষা নাই। ইফালে মই অবাক। তেওঁৰ চকু-মুখত সচা আনন্দৰ পবিত্ৰ এক জ্যোতি। জয়ৰ দৰে এটি সন্তানৰ পিতৃ হব তেওঁ। লোকে কব কুমুদ বাজখোৱাৰ ল'ৰাটো এডোখৰ হীৰা। হীৰাৰ ল'ৰা।

এই খবৰ তেওঁ জয়ক জনাবলৈ মানা কৰিছিল। কিন্তু ইমান আনন্দৰ খবৰটো মইনো বাৰু তেওঁক নজনোৱাকৈ পাৰোনে!! তেওঁৰ উজ্জল দুচকুত চুম্বন কৰি মই কলো— 'জয়—জোন হৈ মোৰ সংসাৰত তুমি জিলিকি ৰবা। জীৱনলৈ মোৰ পোহৰৰ বান আহিব।'

মই কোৱা কথাৰ তেওঁ অৰ্থ সুবুজি মোৰ মুখলৈ চাই ৰল।

'তুমি বুজাব পৰা নাই—?' মই প্ৰশ্ন কৰিলো।

'নহো।' তেওঁ মূৰ জোকাৰিলে। মই কলো—

'এই ঘৰলৈ এই ঘৰৰ অন্ধকাৰ আতঙ্কাৰলৈ এটি শিশু আহিব। সেই শিশুৰ মই জননী হ'ম।'

কথাষাৰ তেওঁ সহজ ভাবেই ললে। মই বিবাহিতা নাৰী। স্বামী বৰ্ত্তমান। তেৱেঁই যে এই শিশুৰ পিতৃ মই জনোৱাত তেওঁ জাপ মাৰি উঠিল। প্ৰতিবাদ কৰি কলে—'তুমি কেনেকৈ জানিলা তোমাৰ গৰ্ভলৈ যি আহিছে তাৰ পিতৃ যে তোমাৰ স্বামী নহয়।'

'তেওঁ নিবীৰ্য্য।' কথাষাৰ কৈ মই কলো—

'তুমি ইমান ভয় খাইছা কিয়? মই যদি মোৰ সন্তানৰ পিতৃ কোন প্ৰকাশ নকৰো জগতে এই কথাৰ গম কেনেকৈ পাব!'

'তেখেতে জানেনে নাজানে?'

'জানে।'

'তেন্তে?' জয় আতঙ্কিত হৈ পৰিল। তেওঁৰ মুখখন বৰ অসহায় যেন দেখা গল। মই মোৰ স্বামীৰ অভূত মনৰ কথা কৈ কলো—'তেওঁ ভীষণ আনন্দিত হৈছে। তেওঁ পৃথিৱীৰ আন আন সৌভাগ্যবান পিতৃৰ লগৰে এজন সৌভাগ্যবান পিতৃ বুলি জগতে জানিব। তাতেই তেওঁৰ আনন্দ।' 'সন্ধ্যা তুমি মোৰ সৰ্ব্বনাশ কৰিলা। কি ল'ৰাটো মই কি হৈ গলো।' অত্যন্ত দুঃখৰে তেওঁ এই কথাষাৰ কৈ মোক প্ৰশ্ন কৰিলে—

'তুমি মোক সেয়ে মৰম কৰিছিলা? মোৰ বাবে ইয়াতকৈ ডাঙৰ দুৰ্ভাগ্য আৰু একো হব নোৱাৰে। মই কি আছিলো আৰু কি হৈ গলো।' আকৌ তেওঁ দুখ কৰি একেবাৰ কথা কলে। তেওঁলৈ মোৰ বেয়া লাগিল। মই তেওঁক দুখ দিয়াতো মোৰ উদ্দেশ্য নাছিল। মই কলো—

'জয় তুমি ভয় নকৰিবা। মোৰ সন্তানেতো তোমাক পাপা-দেউতা বাবা, এনে সম্বোধনেৰে নামাতে। মোৰ স্বামীক সি তাৰ জন্মদাতা বুলি জানিব। তুমি যদি ইমানতে আতৰি নিদিয়া তেন্তে সি তোমাক 'জয়দা' বা 'জয়মামা' বুলি মাতিব।

* * * * *

ওচৰতে শুই থকা সীতাৰ ফালে আৰ্শিযে চালে। সীতাই চকু মুদি আছে। সোঁ হাতৰ আঙুলি এটাৰে আৰ্শিযৰ পিঠিত লিখি আছে— 'জয়, জীৱন্, সন্ধ্যা।'

আৰ্শিযে সীতাৰ মুখলৈ চাই থাকি সেই মুখতে জয় নামৰ কোমল বয়সৰ ল'ৰা এজনৰ মুখ ও উজ্জ্বল চকুযোৰ চাবলৈ চেষ্টা কৰিলে। সীতাই চকুমেলি আৰ্শিযক তেওঁলৈ চাই থকা দেখি বিছনাতে উঠি বহিল। আৰ্শিযৰ মুখলৈ চাই আগ্ৰহেৰে কলে—

'মই তেওঁক এই চহৰতে অত্ তত্ দেখিছিলো। তেৰোঁ মোক দেখিছিল। মোৰ খুব বঢ়িয়াকৈ মনত আছে কোন দিনা কিমান সময়ত মই তেওঁক প্ৰথম দেখা পাইছিলো। তেওঁ মোক দেখিলে যি দৃষ্টিৰে চাই, সেই দৃষ্টি সাধাৰণ দৃষ্টি যেন নলগা বাবে মই এই সুদৰ্শন ডেকা-জননো কোন তলে তলে খবৰ লৈছিলো। ডেকাই বুলিব পাৰি। এতিয়াও দেখাত তেওঁ তোমালোকৰ দৰে। বয়সনো কিমান হৈছে! চল্লিশ জানো হৈছেনে নাই। যাৰ লগত প্ৰথম পৰিচয়ত তেওঁ ইউনিভাৰ-চিটিৰ ছাত্ৰ আছিল। মাৰ সতে সমান বয়স যদি হয় চল্লিশ হোৱা নাই। মাৰ ডায়েৰী পঢ়ি মই তেওঁৰ বঙলালৈ গৈছিলো। গোনেই তেওঁক বিচাৰি যেভ্‌কমত সোমালোগৈ। সময় তেতিয়া সন্ধ্যা।'

হাতৰ বহীখনত চিহ্ন এটা দি বহীখন আৰ্শিযে বন্ধ কৰি থৈ ঘূৰি বহিল। সীতাৰ অনুৰোধৰ সুৰত কলে—'তোমাৰ মুখত এই কাহিনী শুনি লওঁ। তাৰ পাছতহে পঢ়িম। তেওঁ নিশ্চয় তুমি সুন্দৰী বাবে

তোমাৰ ওপৰত চকু দিছিল। হয়তো জীৱনৰ লগৰী কৰাৰ কথাও ভাবিছিল। তুমি জানো কম ধুনীয়া।'

'তোমালোকে যদি ধুনীয়া ছোৱালী দেখিলেই যেনে ৰয় দেখা তেনেহে দেখিব পাৰে।'

'মই নেদেখো।'

'তেন্তে লোকৰ মনৰ কথা কেনেকৈ জানিলা? নিজৰ মনেৰেহে মানুহে লোকৰ মন চায়?'

কথাষাৰ কৈ সীতাই অকণমান হাঁহি কলে—'অৱশ্যে তোমাৰ কথা বেলেগ।'

'মোৰ কথানো বেলেগ কিয়?'

'মোৰ দুৰাতিৰ অভিজ্ঞতাৰে তুমি যে অন্যপুৰুষ বুজিছো।'

'একেই পুৰুষ। কব পাৰা অফুৰন্ত মনোবল মোৰ।'

'হয়নেকি?' কথাষাৰ কৈ সীতাই আশিষৰ কপালত হাতৰ পৰশ দি সন্মুখলৈ চাই থাকি কলে—

'কোনোবা এবাৰ দুৰ্গাপূজাৰ সময়ত মই তেওঁক প্ৰথম দেখিছো। সেইদিনা গোঁসানী পাটত তুলিছিল। মানুহৰ তেনে সমাগম নাছিল। মা ঘৰত নথকা সুবিধা লৈ মই আৰু মিনি ওলাই গৈছিলো। আমি এখন ৰিক্সা ধৰি কিছুদূৰ গৈ এঠাইৰ পূজামণ্ডপত নামিলোগৈ। মোৰ হাতত টকা দুটা আছে। ঘূৰি যাবলৈ ৰিক্সাখন ৰখাই থৈছো।

আমি গৈ দেখিছিলো ধুনীয়া ডেকা এজনে বিষণ্ণ মনেৰে চাৰি বছৰীয়াজমান ল'ৰা এটা হাতত ধৰি পূজামণ্ডপৰ এঠাইত থিয় হৈ আছে। তেওঁ অপলক নেত্ৰে প্ৰতিমাৰ মুখলৈ চাই আছে। তেওঁ নিশ্চয় দেৱীলৈ ভাৱে ভক্তিৰে গদ্গদ্ হৈ চাই থাকি কোনো প্ৰাৰ্থনা জনোৱা নাই। নহয় হলে তেওঁ দেৱীৰ চৰণৰ ফালে চাই থাকিলহেঁতেন। মুখলৈ তন্ময় হৈ চাই থাকি শিল্পীৰ শিল্প প্ৰতিভাত মুগ্ধ হৈছিলনে সৌন্দৰ্য পান কৰিছিল তেওঁ জানে। মই কিয় যে তেওঁৰ মুখলৈ চাই আছিলো, মই

বুজা নাছিলো। হাতত ধৰি থকা ল'ৰাটো তেওঁৰ ল'ৰা বুলি ধৰি লৈছিলো। মামা বুলি মাতি ল'ৰাটোৱে কিবা সোধাতহে বুজিব পাৰো ল'ৰাটোৰ তেওঁ মামাকহে। পিতৃ নহয়। চকু মুৰাই তেওঁ মোক দেখি এইবাৰ মোৰ মুখলৈ অপলক নেত্ৰে চালে। যিদৰে চাই আছিল প্ৰতিমালৈ মোলৈ তেনেকৈ চোৱাত মই মাথোন অকপমান হাঁহিছিলো। হাঁহিৰে হাঁহিৰ তেওঁ প্ৰত্যুত্তৰ নিদিলে।'

'তেওঁ-তেওঁ যে কৰি আছা তেওঁ মানে তোমাৰ পিতৃ?' আশিয়ে সুধিলে।

'আৰু কাৰ কথা কৈছো!' সীতাই উত্তৰ দি আকৌ কলে—

ইয়াৰ পাচত হঠাৎ আকৌ এদিন দেখা হল কাপোৰৰ দোকান এখনত। মই শৰমৰ লগত কাপোৰ কিনিবলৈ গৈছিলো। সেইদিনাও তেওঁ মোক দেখি স-প্ৰশ্ন দৃষ্টিৰে অন্তেক চাই ৰৈছিল। মোক যেন তেওঁৰ চিনাকি চিনাকি লাগে। মাত্তিৰ খুজিও যেন মাত্তিৰ নোৱাৰে। সেইদিনাও মই তেওঁৰ মুখলৈ চাই চিনাকিজনক দেখিলে হঁহা হাঁহিটো মাৰিছিলো।

তৃতীয়বাৰ পাইছিলো কলেজত। কি এখন মিটিঙত। কথাকৈ কোতে সিদিনা মোৰ ওপৰত চকু পৰোতে তেওঁ থমকি বৈ গৈছিল। মই তেওঁৰ মুখলৈ চাই প্ৰীতি সম্ভাষণ জনাই অকণমান হাঁহিছিলো। তেওঁৰ দৃষ্টি গভীৰ হৈ পৰিছিল। ওচৰতে থকা গোলাপীয়ে মোক কৈছিল—'তোমালৈ কেনেকৈ চাইছে! দেখিছা—?' মোৰ অজ্ঞাতে মোৰ দীৰ্ঘ নিশ্বাস পৰিছিল। কিয় যে পৰিছিল মই বুজা নাছিলো।

মিটিঙৰ শেষত চাহৰ টেবুলত মই আৰু কেইজনীমান ছোৱালীয়ে চাহ পৰিবেশন কৰিছিলো যেতিয়া তেতিয়াও তেওঁ মোৰ মুখলৈ সেই একেই দৃষ্টিৰে চাইছিল। ময়ো সেই একেই হাঁহি হাঁহিছিলো। তেওঁৰ দীৰ্ঘ নিশ্বাস পৰাত মোৰ হাঁহি থমকি বৈ গৈছিল।

পাচদিনা গোলাপীয়ে কৈছিল—'আহা কি গভীৰ! কেনে সুন্দৰ।

ভবি চুই সেৱা কৰিবৰ মন যায় এই সুন্দৰক। বাবে বাবে তোমাৰ মুখত তেওঁৰ দৃষ্টি থমকি ৰৈছিল। বাবে বাবে তেওঁৰ দীৰ্ঘ নিশ্বাস পৰিছিল। তোমাৰ ভাগ্য। টোপ পেলালে টুপ্‌কৰে গিলি খুবা। বয়সত অৱশ্যে মিল নহব।'

গোলাপীয়ে তেওঁক লৈ কৰা মন্তব্যবোৰ মোৰ ভাল লগা নাছিল। মই কৈছিলো—'মই তেওঁৰ বিষণ্ণতাকহে হয়তো ভাল পাইছো। এইদৰে আৰু একো কথা নকবা। তেওঁক দেখিলে মোৰ এনে লাগে হৃদয়ত কি এক দুঃখৰ বোজা তেওঁ যেন স-গোপনে সযতনে লুকুৱাই ৰাখিছে।'

গোলাপীয়ে আৰু এই সম্মানিত ব্যক্তিজনক লৈ কোনো দিন পাতল সুৰত কথা কোৱা নাছিল। ইয়াৰ পাচত সিদিনা তেওঁ মোক লগ পায় তেওঁৰ বেড্‌ৰুমত। মই সোমাই যাওঁতে কোনেও মোক বাধা দিয়া বা কোনো প্ৰশ্ন কৰা নাছিল। নাজানো সেই সময়ত মোৰ চকু-মুখত কি জিলিকি উঠিছিল। মোক কোনেও কিয় একো প্ৰশ্ন কৰা নাছিল। আচৰিত কথা—আনকি তেওঁৰ প্ৰকাণ্ড কুকুৰটোৱেও 'ভুক' বুলি শব্দ এটা নকৰিলে।

পৰ্দাখন দাঙি মই ভিতৰ সোমাই গৈ তেওঁৰ সমুখত থিয় হলোগৈ। তেওঁ মেজৰ কাষত বহি কিবা এখন পঢ়ি আছিল। মোক দেখি তেওঁ অবাক হব বুলি ভাবিছিলো, কিন্তু নহলে। ভাবিছিলো বিস্ময়ত ক্ষন্তেকলৈ তেওঁৰ বাক বোধ হৈ যাব। তাকো নহলে। তেওঁ যেন মই যাম বুলি জানিছিল আৰু মোৰ প্ৰতীক্ষাতেই ৰৈ আছিল। মাথোন তেওঁৰ সমস্যা হল মোক বহা বুলি কবনে, বহক বুলি কব। অলপ ৰৈ লাহেকৈ কলে—'বহক।'

'মোৰ নাম সীতা। মোক আপুনি চিনি পাইছে জানো? মই কুমুদ ৰাজখোৱাৰ প্ৰথমা কন্যা। আপোনাৰ ওচৰলৈ অহা লোভ মই সামৰিব নোৱাৰিলো। মই মাৰ ডায়েৰীখন চুৰকৈ পঢ়িছিলো।' এইবাৰ তেওঁৰ মুখৰ যি অৱস্থা হল তাৰ বৰ্ণনা নাই।

মই আহি তেওঁৰ বিছনাখনত বহিলোহি। মই বিছনাত বহাত তেওঁৰ পিঠিফাল হ'লো। তেওঁ চকীখন ঘূৰাই মোৰ ফালে মুখকৰি বহিলে। মই কলো—'জন্মৰে পৰা আপুনি আমাক অবজ্ঞা কৰি আহিছে। আনকি নামটো শুনাবো প্ৰয়োজন বোধ নকৰিলে। মায়ে চাবলৈ কৈছিল—নাচালে। আপুনি একেবাৰেই যদি আহ যা বন্ধ নকৰিলে-হেঁতেন তেন্তে আমি আপোনাক 'জয়দা' বুলি মাতিলোহেঁতেন। ইতিমধ্যে নিশ্চয় আপুনি গম পাইছে মই আপোনাৰ কোন হওঁ।'

ময়েই কথা কৈ গৈছিলো। তেওঁ মনে মনে আছিল। তেওঁৰ যেন শুনাৰ পাল। মাজে মাজে তেওঁ মোৰ মুখলৈ চকুতুলি চাইছিল। মই যে কোনো আক্ৰোশ বা ঘৃণা ভাব লৈ তেওঁৰ ওচৰলৈ যোৱা নাই এই কথা বুজাবলৈকে মই মুখত পাতল ভাব এটা লৈ হাঁহি মুখে আছিলো। কিন্তু মোৰ এনে লাগিছিল তেওঁ যেন মোৰ ওচৰত সহজ হব পৰা নাই।

তেওঁ এবাৰ সুধিলে—'তুমি মোৰ ওচৰলৈ অহা কথা ঘৰত জানেনে নাজানে?' ঘৰত বুলি তেওঁ মাক উদ্দেশ্য কৰি যে কথাষাৰ সুধিছে সেই কথা বুজিব পাৰি মই কলো—

'এই সময়ত মা প্ৰায়েই ঘৰত নাথাকে। থাকিলেও মা নিজক লৈয়েই ব্যস্ত থাকে। আমি মনে মনে কৰবালৈ গুচি গলেও গম নাপায়। অৱশ্যে আমি সীমাৰ ভিতৰত ডাঙৰ হৈছো। মই অলপ কাকি-ফুকা দি অকণমান ইফাল সিফাল হওঁ। ভাই-ভনীবোৰ কিন্তু মা-পাপাৰ পুতলী।'

সময় গৈ আছে। মোৰ উঠাৰ লক্ষণ নেদেখি তেওঁ কলে—'তোমাক নিবলৈ কোনোবা আহিব নেকি?'

'নাহে।'

'মোৰ লগত যাবা?'

'কিয় নাযাম!' মই কলো—'আপোনাৰ ইমান নাম-যশ শুনি

থাকো। কিমান দিনৰ পৰা আপোনাক দেখিছো!! তেতিয়াতো নাজানো—।' মই ৰৈ দিলো। মই কব খোজা কথা সমাপ্ত কৰিব নোৱাৰিলো। মই কব খুজিছিলো—তেতিয়াতো নাজানিছিলো এই মাননীয় ব্যক্তি সেই যে মোৰ পিতৃ।

ৰৈ ৰৈ তেওঁৰ দীঘ নিশ্বাস পৰিছিল। তেওঁক আৰু উদাস আৰু বিষণ্ণ, আৰু গম্ভীৰ দেখা গৈছিল। মোৰ মনটোও গধুৰ হৈ পৰিল। মই তেওঁৰ মুখলৈ চাই উপলব্ধি কৰিলো—বাহিৰ কালৰ পৰা বুজা নগলেও সচাই তেওঁৰ ভিতৰত এক বেদনা লুকাই আছে।

ইয়াৰ পাচতো মই তেওঁৰ ওচৰলৈ কেইবা দিনো গৈছো। মই গলে তেওঁ আনন্দিতও হয় যথেষ্ট অসুবিধাতো পৰে। কাকো তেওঁ মোৰ সচা পৰিচয় দি কব নোৱাৰে—তোমালোকে ফুচ্‌ফুচ্-ফাচ্‌ফাচ্ নকৰিবা। এওঁ মোৰ সন্তান বুলি!

এদিন মই তেওঁৰ ওচৰলৈ যাওঁতে তেওঁ কৈছিল—'মই কিছুদিন নাথাকিম।' তাৰ পাচত কাগজত ফোন নম্বৰ এটা লিখি দি কৈছিল—'তোমাৰ বিশেষ প্ৰয়োজন হলে এই নম্বৰত ফোন কৰিবা।'

বিশেষ প্ৰয়োজননো তেওঁৰ লগত মোৰ কি থাকিব পাৰে। তেওঁ দিয়া ফোন নম্বৰটোত ট্ৰাঙ্কল কৰি মাৰ মৃত্যুৰ দিনা সেই খবৰকে তেওঁক দিলো। তেওঁ ফোন ধৰি যেতিয়া মোৰ মুখে এই খবৰ শুনিলে মোক মাথোন এষাৰ কথা কৈ ফোনটো থৈ দিলে। তেওঁ কৈছিল—'মই গৈ আছো।'

তেওঁৰ ধুনীয়া ফিয়েটখন বোধ হয় বায়ুবেগে উৰাই আনিছিল। মাৰ মৃতদেহ শ-যাত্ৰীসকলে কান্ধত লৈ যোৱাৰ পাছত তেওঁৰ গাড়ী আহি পচুলিত থিয় হলহি। তেওঁৰ কাষেদিয়েই বগা কাপোৰ আৰু ফুলেৰে মুখ ঢাকি মা গুচি গল। গাড়ীৰ পৰা নামি তেওঁ থিয় হৈ সেই ফালে চাই ৰল। সকলো শ-যাত্ৰী গৈ শেষ হোৱাৰ পাচত তেওঁ গৈ গাড়ীত উঠিলগৈ। গাড়ী ষ্টাৰ্ট দি ঘৰটোলৈ ঘূৰি চালে। মই

অস্ফুট কণ্ঠৰে কলে—'মা মোক ক্ষমা নকৰিবা জানো? জীৱন মহন্ত আছে। তেওঁ থাকক। মই দেখোন কোনো ৰকমে কোনো কথাতে তেওঁক দোষাৰোপ কৰিব পৰা নাই। বৰং কব পাৰো তেওঁলৈ মোৰ সহানুভূতি হৈছে। তেওঁৰ বিষণ্ণ মুখলৈ চালে তেওঁৰ কাষৰ পৰা আহিবৰ মন নাযায়। মৰমেৰে সহানুভূতিৰে শ্ৰদ্ধাৰে মই যেন তেওঁৰ আদৰ যত্ন লম!'

ফোন কৰি আৰ্শিয ঘূৰি অহাৰ পাচত সীতাই কলে—'মাৰ দৰে যদি তেৰোঁ ডায়েৰী লিখি ৰাখিছে বেচ হয়। সেই ডায়েৰী মই যিকোনো উপায়েৰে পঢ়িমেই।'

'তোমাৰ লাভ—?'

'তেওঁক বুজিম। মোৰ অনুমানেই যদি সত্য হয় মই তেওঁক আৰু শ্ৰদ্ধা কৰিব পাৰিম।'

'তোমাৰ অনুমান?'

'তেওঁৰ বুকুৰ যি ঠাই জোৰ কৰি হলেও মায়ে দখল কৰিছিল সেই ঠাইত তেওঁ আৰু কাকো বহুৱাব নোৱাৰিলে আৰু নোৱাৰেও।'

অলপ সময় দুয়ো নিৰৱে দুয়োলৈ চাই ৰল। তাৰ পাচত সীতাই কলে—'এতিয়ালৈকে তেওঁক কোনো সম্বোধন ধৰি মতা নাই। মায়ে ভবাৰ দৰে 'জয়দা' বুলি মাতিম বুলিয়েই ভাবিছো।'

আৰ্শিযে সীতাৰ কথালৈ মন নিদি বহীৰ পাত লুটিয়ালে। তেওঁ দি যোৱা চিহ্নটো হেৰাই গল। তেওঁ কলে—

'ক'ত বা এৰিছিলো।'

'ফুল এপাহ যে আঁকা আছে সেই পৃষ্ঠাটো চোৱা।' সীতাই কলে।

ফুল এপাহ আঁকা পৃষ্ঠাটো উলিয়াই আৰ্শিযে ফুল পাহত চকু দিলে। কলমেৰে আঁকা ফুল এপাহ। তাৰ তলত লিখা আছে—জয়—জীৱন!

আৰ্শিযে পঢ়ি গল—'তুমি মোৰ জীৱনলৈ জোন হৈ জোনাক আনিছা। লগতে আনিছা এছাতি মলয়া বতাহ। মোৰ ভাব হৈছে

তুমি মোৰ পৰা আঁতৰি যোৱা সম্পূৰ্ণ দুখ মই পাব লগীয়া নহল। তোমাক মই মোৰ অন্তৰত বান্ধি ৰাখিছো। তোমাক মই মোৰ তেজেৰে প্ৰাণ দিম। ল'ৰা যদি হয় নাম দিম মলয়। কন্যা যদি হয় নাম দিম জয়া বা মলয়া।

১ মাৰ্চ—

তোমালৈকে লিখিছো জয়! মই জানো তুমি এই লিখা পঢ়িবলৈ নোপোৱা। তথাপি তোমাৰ নামত লিখি তোমাৰ সান্নিধ্য বিচাৰিছো। সান্নিধ্য লভাৰ চেষ্টা কৰিছো কলম আৰু বহীৰ যোগেদি। চকু মুদিলেই তোমাৰ মুখখন মোৰ চকুত ভাহি উঠে। চকুমেলি থাকিলেও শূন্য বায়ুত বায়ুৰে গঠিত তোমাৰ মুখখন দেখা পাওঁ। তোমাৰ কপালৰ বাঁওফালে সৰু বঙা তিল এটা আছে। সেই তিলটো পৰ্য্যন্ত। কপালত চেলাউৰিৰ ওপৰত তোমাৰ ফৰ্ফৰীয়া চুলি অলপ সদায় পৰি থাকে। মই স্পষ্ট দেখা পাইছো সেইটো তোমাৰ পোন সেওঁতা। ধুনীয়া দাঁতখিনি। হাঁহিলে তোমাক বৰ পৱিত্ৰ যেন লাগে।

মই যিদৰে মোৰ চকুৰ আগত সৰ্ব্বক্ষণ তোমাক দেখি আছো এইদৰে হলে মোৰ সন্তানটো অবিকল তোমাৰ দৰে হব।

তুমি আজিও নাহিলা। মই বুজিছো তুমি আৰু কোনো দিন নাহা। মোৰ স্মৃতি হৈ তুমি এদিন আঁতৰি যাবা বুলি জানিছিলো। কিন্তু সেইদিনটো ঘপহকৈ ইমান সোনকালে আহিব বুলি জনা নাছিলো।

মোক লৈ মা ব্যস্ত হৈ পৰিছে। তেওঁৰ বংশত প্ৰদীপ জলাবলৈ অহাজন যাতে কুশলে থাকে এই চিন্তাত মায়ে মোক মাথোন উপদেশ দিছে। এইটো নকৰিবা। এইটো কৰা। সেইটো নাখাবা। এইটো খোৱা। এইখন নপঢ়িবা। সেইখন পঢ়া। এই সময়ত শুওবা। এইফালে নাহিবা। সেইফালে নাযাবা। এই চিন্তা নকৰিবা। সেই চিন্তা কৰিবা। ইত্যাদি ইত্যাদি।

আগন্তুকৰ শুভ আগমনত কোনো ব্যাঘাত নজন্মিবৰ বাবে মায়ে

সত্যনাৰায়ণ পূজা এভাগলৈ আগ কৰিছে। ইংৰাজী ষোল মাৰ্চৰ দিনা সত্যনাৰায়ণ পূজা পতা হব। এই পূজালৈ মায়ে চিঠিৰেও আক্ তাক্ নিমন্ত্ৰণ কৰিছে। অৱশ্যে কি উদ্দেশ্যৰে এই পূজা পতা হৈছে এই কথা উল্লেখ কৰা নাই। মায়ে বাৰে বাৰে মোক কৈছে—'তোমাৰ পেহীৰ ল'ৰাটিৰ কি নাম জানো তেওঁৰ। তেওঁক দেখোন নেদেখা হলো। তেওঁক, তেওঁলোকৰ ঘৰৰ সকলোকে মাতিবা। নাপাহৰিবা।'

৭ মাৰ্চ—

জয় মোৰ !

আজিও তোমাক উদ্দেশ্য কৰিয়েই লিখিবলৈ বহিছো। তোমাৰ স্মৃতিয়ে মোক দুদণ্ড শান্তিৰে থাকিবলৈ দিয়া নাই। অৱশেষত তোমাক বিচাৰি পত্ৰনক পঠাইছিলো। তোমাৰ ঘৰ ইয়াতে জানো। কিন্তু এই চহৰৰ কোনঁ ঠাইত নাজানো। আচল প্ৰয়োজনীয় কথা তোমাৰ লগত একেবাৰেই পতা নহল। মই তো তোমাক সুধিব পাৰিলোহেঁতেন তোমাৰ ঘৰ কোন ঠাইত। বহুত দিন মই তোমাক পাইছিলো। এই দিনবোৰত তোমাৰ সঙ্গত কটোৱা সময়বোৰত মই বাৰু তোমাৰ লগত কি কথা পাতিছিলো ? বেচিভাগ সময় তুমি চুপ্ মাৰি বহি থাকা। ময়েই বেচি কথা কৈছিলো। মই অকলৈ কথা কৈ গৈছিলো বুলিও কব পাৰি। কিন্তু মই কোৱা একো কথাই মোৰ মনত নপৰে। তুমি কোৱা সকলো কথাই কিন্তু মোৰ মনত আছে। মই তোমাৰ গাত ভৰ দি বহিলে তুমি প্ৰথমে বুদ্ধি কৰি আতৰি দিছিলা। পাছত মুখৰে কৈছিলা—'পোন হৈ বহক। অকণমান দূৰত বহক। আপোনাক মই ভালপাওঁ। সেয়ে ভয় কৰো। ভয় লাগে। আপুনি ইমান কাষ চাপি কিয় আহিল ? মোৰ হলে ভুল হৈ যাব। মই একো নাজানো কৈ দিছো। আপুনি মোৰ পৰা দূৰত থাকিব।' ইত্যাদি।

ইমান ডাঙৰ চহৰখনত ঘূৰি ঘূৰি সৰু ল'ৰাটোৱে তোমাক বিচাৰি উলিয়াব নোৱাৰিলে। মই তোমালৈ লিখা চিঠিখন সি ঘূৰাই আনি মোক

দিছেহি। আগতে তোমাক ফোনেৰে পোৱা ঠাইবোৰত খবৰ কৰিছিলো।। ছুঠাইত 'বং নম্বৰ' বুলি যিদৰেহে ফোনটো থৈ দিলে আকৌ ফোন কৰিবলৈ মন নাই। এঠাইত কলে তেওঁলোক নতুন আহিছে। তোমাক নাজানে।

জয়! তুমি মিছাই ভয় খাইছা। তোমাৰ মোৰ সমন্ধৰ কথা অমৃতসনা এই ভুলৰ কথা জগতৰ কোনেও গম নাপাব। মই জীয়াই থকা কালত এই বহীখন কাৰো হাতত নপৰে। মই সোনকালে নিশ্চয় নমৰো। মোৰ শৰীৰৰ যন্ত্ৰপাতিৰ কতো খুত্ নাই। হাৰ্ট, লাঙচ্ লিভাৰ, কিড্নী এই বিশেষ যন্ত্ৰবোৰেতো কোনো দিন মোৰ লগত শত্ৰুতা কৰা নাই।

এনে অৱস্থাতো মই সহজ স্বাভাবিক। গৰ্ভধাৰণৰ প্ৰথম কেইমাহমান বোলে কিবা-কিবি লক্ষণ ফুটি ওলায়। 'এতিয়ালৈকে মোৰ তেনে একো লক্ষণ ফুট উঠা নাই। মই একোতে গোন্ধ পাই ওক্-আক্ কৰি থকা নাই। সচাই মই বহুত দিন জীয়াই থাকিম যেন লাগিছে। পৃথিৱীখনে মোক আমুৱাব। মোৰ নাতিহঁতক মোৰ মৃত্যু কামনা কৰি নামঘৰত শৰাই দিবলৈ কম। দৌল্-দেৱালয়ত বন্তি জলাবলৈ কম। বহি বহি বা বিছনাত পৰি থাকি মই যমক গালি পাৰিম। সেই সময়তো মই এই বহীখন সাৱধানে ৰাখিম। মই মৰাৰ পাছতহে বহীখন কোনোবাই পাব। বুঢীয়েনো বহীখনত কি লিখিছিল, কিয় গোপনে সাৱধানে ৰাখিছিল বুলি নিশ্চয় পঢ়ি চাব। মই মৰাৰ পাছত মোৰ এই দিশটো প্ৰকাশ হোৱালৈ মই ভয়কৰা নাই। এই জীৱন অন্ত হোৱাৰ পাছত মোক লোকে যেনে ভাবেই লওক তাতে মোৰ লাভ লোকচান একো নাই।

সীতাই মাজতে মাত দি আশিষক সুধিলে—

'মজয়ে তোমাক কি বুলি মাতে? মই তোমাক কি বুলি মাতিম?'

'মজয়ে মোক কোনো সম্বোধন ধৰি নামাতে।' আশিষে কলে।

'তুমি আমাতকৈ ডাঙৰ। নাম ধৰি মাতিবতো নোৱাৰি; কোনো সম্বন্ধ নধৰাকৈ মাতিবলৈও ভাল নালাগে। মই তোমাক 'আচুদা' বুলি মাতিম।'

'আচৰিত কথা। ডাঙৰ নবৌয়ে মোক মৰমতে আচু বুলি মাতিবলৈ লৈছিল।'

'একে মৰমেৰে একে নামেই ওলাইছে। তোমাৰ প্ৰতি জন্মা মোৰ এই মৰমতো তিলমাত্ৰও স্বাৰ্থ নাই।'

অলপ বৈ সীতাই কলে—'মায়ে বহীখনত লিখিছিল মা বহুত দিন জীয়াই থাকিব। জীৱনে মাক আমুৱাব। কিন্তু জীৱন কি বুজি পাওঁতে নৌ-পাওঁতে মা যাব লগীয়া হল। চৌল্লিশ বছৰো মাৰ সম্পূৰ্ণ নহল। দেহে মনে মা সজীৱ আছিল। আমি মাৰ সন্তান বুলি জানিলে মানুহ অবাক হৈছিল।'

'সীতা—'

'ও?'

'মই পঢ়োদেই। বহীখন শেষ নকৰাকৈ মই যে যাব নোৱাৰিম। ইফালে মই মাক কৈছো কালিলৈ মই যামেই।'

'তাৰ মানে মই কথা কৈ থাকিব নালাগে?' সীতাই কলে।

'বেয়া নাপাবা।'

'কিয় বেয়া পাম! এইখন পঢ়া শেষ কৰি তুমি আকৌ মোৰ কথা শুনিব লাগিব। পঢ়া। সোনকালে পঢ়ি শেষ কৰা। ইমান সময়ে মই পাকঘৰতে লাগোগৈ।'

কথাষাৰ কৈ সীতা বিছনাৰ পৰা নামিলে। আৰ্শিযৰ কপাল আৰু চকুত চুমাদি কলে—'তুমি পঢ়া মই আহিছো।'

সীতা ওলাই যোৱা ফালে চাই থাকি আৰ্শিযে উপলব্ধি কৰিলে—সীতা এটি শান্তিৰ নিজৰা। তেওঁৰ জীৱনেদি যদি এই নিজৰা বৈ গল—হেঁতেন! মনতে তেওঁ সিদ্ধান্ত কৰিলে সীতা যদি সন্মত হয়, তেওঁ সীতাক

জীৱনৰ ধূলি-বালিবোৰ ধুই পখালি সীতাকে তেওঁৰ জীৱনলৈ সম্ভাষি লব। ছোৱালীজনীৰ বুকুত অলপ বেচি পৰিমাণে অমৃত আছে।

হাতৰ বহীখনলৈ চকু নমোৱাৰ লগে লগে কোঠাৰ দুৱাৰত শব্দ কৰা আৰ্শিষে শুনিবলৈ পালে। মুখেৰে একো নামাতি তেওঁ সেইফালে চাই ৰল। দুৱাৰ ঠেলি মলয় সোমাই অহাত তেওঁ মাত দিলে—'আহা—লয়।' দেখাৰ লগে লগে আৰ্শিষে মলয়, সীতাক ধৰিব পৰা হল। মলয়ৰ চকু প্ৰশান্ত গম্ভীৰ। বিষণ্ণ উদাস মুখৰ চেহেৰা। 'আপুনি আমাক আৰু ভুল নকৰে।' অকণমান হাঁহি মলয়ে কলে।

'আৰু ভুল নহয়। কিবা কৰা? তুমিতো মোৰ ওচৰলৈ এনেয়ে নাহা।'

'আপুনি কি কৰিছে চাবলৈ আহিছিলো।' কথাষাৰ কৈ মলয়ে আনখন বিছনাত বহিল। তাৰ পাছত আৰ্শিষৰ পৰামৰ্শ বিচৰাৰ দৰে কলে—

'মা-পাপাৰ মৃত্যুৰ বাবে কিবা জানো কৰিব নালাগে?'

'কিয় নালাগে। সীতাৰ লগত এই বিষয়ে কথা পাতিছিলা?'

'নাইপতা। তেওঁ এইবোৰ কথা উৰাই দিব খোজে। কয় খোৱা-লোৱা কাৰবাৰবোৰ দেহটোৰ। অৰ্থাৎ তেজ-মঙহবোৰৰ। আত্মাই কল, গাখীৰ, ঘিউ, মৌ, দৈ এইবোৰ খাবলৈ নাহে। অৰ্থাৎ পিণ্ড খাবলৈ।' মলয়ে অলপ বৈ আকৌ কলে—

'সীতাবায়ে কয়—শৰীৰেই ভোগৰ মূল। মৃত্যুত আত্মাই শৰীৰ ত্যাগ কৰে। শৰীৰ বিহীন আত্মাই অমৃত হলেও পান কৰে বুলি মই নাভাবো।'

'সীতাই এনেকৈ কয়?' অবাক ভাবে আৰ্শিষে সুধিলে।

'আচৰিত হল যে?'

'সীতাই এনে গভীৰ ভাবে কথা কয় যেন নালাগে।'

'তেওঁৰ বাহিৰৰ ৰূপটোৱেই ভিতৰৰ ৰূপ বুলি ভাবিলে আপোনাৰ ভুল হব।'

মলয়ক এই কথাত আৰ্শিযে ভাবিলে মলয়ে বাৰু এইদৰে কৈ কিবা ইঙ্গিত দিছেনেকি! ইঙ্গিতেই যদি দিছে, কি কথাৰ ইঙ্গিত দিছে! এই ভাব মনতে ৰাখি তেওঁ মলয়ক কলে—'সীতাৰ লগত এই বিষয়ে কথা হম বাৰু। তুমিওতো যা-জোগাৰ কৰিব পাৰা। পৱন আছেই। সীতাই নকলেও তোমাৰ মন গলে কৰিব নোৱাৰিবা জানো? তোমালোক দুয়োজনীতো সমানেই।'

'দহ মিনিটৰ হলেও তেওঁ মোতকৈ ডাঙৰ। সদায় সেই সন্মান জনাই আহিছো। সম্বোধনেৰেও। তাতে তেওঁ আমাক ভাল পায়। সেয়ে আমি তেওঁ ভাল পোৱাটোকে কৰিবলৈ বিচাৰো।'

ক্ষন্তেক বৈ মলয়ে কথাত জোৰ দি আকৌ কলে—'আমি কিবা পাতিলে আপুনি কিন্তু থাকিব লাগিব।'

'মই গলেও আকৌ আহিমগৈ।'

'নিশ্চয় আহিব। আপুনি যে আমাৰ কোন! আপোনাতকৈ বেচি আপোন আমাৰ যেন কোনো নাই!'

মলয়ৰ চকুৰ গভীৰ দৃষ্টিয়ে আৰ্শিষৰ হৃদয় স্পৰ্শ কৰিলে। আৰ্শিযে ভাবিলে মলয়ে বাৰু এনে আত্মীয়তাৰ সুৰেৰে কিয় কথা কলে। মলয়ে আহি তেওঁৰ সমুখত বহিছেহি। সীতাৰ মতেতো মলয় অনুভূতিহীন এটুকুৰা পাথৰ মাথোন। তেওঁ সৃষ্টি কৰি লোৱা আন এক জগতত কেৱল কৃষ্ণক লৈ বিভোৰ।

আৰ্শিযে মলয়ৰ চকুলৈ চাই ৰল। এই ফুলা এপাহ ফুলৰ দৰে মুখখন। মলয়ৰ নিৰপৰাধ নিৰপৰাধ লগা এই মুখত চকু পৰিলে বাৰু মনটো কিয় কিবা কিবা লাগি যায়। বাৰে বাৰে আৰ্শিযে মনতে নিজক প্ৰশ্ন কৰিলে—তেওঁৰ পৰাণে বাৰু কাক বিচাৰিছে? এটি মিঠা কবিতা যেন সীতাকনে? এপাহ শেৱালি ফুলৰ দৰে মলয়ক?

বুকুৱে যেন আৰ্শিষক কলে—দুয়োকো বিচৰা কথা। মলয় হল শক্তিৰ প্ৰতীক। সীতা হল আনন্দ উৎসাহ। মনতে আৰ্শিযে কলে—

মোক শীতলতাৰো প্ৰয়োজন। আনন্দ উৎসাহৰো প্ৰয়োজন। জীয়াই থকাৰ বাঞ্ছাৰে আগবাঢ়িব লাগে, মৃত্যুকো পাহৰিব নালাগে।

আৰ্শিয়ে বহীখন একাষে থৈ পিছ্লি থকা ঘড়ীটোলৈ চালে। মলয়ে কোমল কণ্ঠেৰে সুধিলে—'চাহ একাপ খাবনেকি? বহু সময় আপুনি কিবা পঢ়ি আছে।'

'পালে বেয়া নহয়।' আৰ্শিয়ে কলে।

'অকণ বৰ' বুলি মলয় ধীৰ খোজেৰে কোঠাৰ পৰা ওলাই গল। মলয় যোৱাৰ ফালে চাই আৰ্শিয়ে মনতে কলে—ছোৱালীজনী কৌতূহল হীনা। ধীৰ সংযত স্বভাৱৰ। এবাৰো বহীখনৰ ফালে নাচালে। সেইখন কি পঢ়ি আছে বুলি নুসুধিলে।

আৰ্শিষৰ মনত প্ৰশ্ন হল মলয়ে সচাই বাৰু তেওঁৰ ওচৰত মৃতকৰ কাৰ্য্য কৰাৰ বিষয়ে আলোচনা কৰিবলৈ আহিছিলনে? মলয়ক বুজা টান। তেওঁৰ মনৰ কথা; কথাৰে বা কাৰ্য্যৰে প্ৰকাশ কৰা তেওঁৰ স্বভাৱ নহয়।

এইবাৰ আৰ্শিষ দৃঢ় হল। নিজকে তেওঁ আদেশ দিলে। তেওঁৰ জীৱনৰ এই অধ্যায়টো নিচিহ্নকৈ মোহাৰি পেলাব লাগিব। বহীখন পঢ়া হওঁক নহওঁক কালিলৈ পুৰা তেওঁ যাবগৈ। সীতা বা মলয়ৰ কথা শুনিবলৈ তেওঁ আৱদ্ধ হৈ নৰয়। লোকৰ জীৱনৰ ভিতৰলৈ সোমাই গৈ কি লাভ! বহীখন সোনকালে পঢ়ি শেষ কৰাৰ আশাৰে বহীখন মেলি ললে।

৫ জুন, ১৯৫৮ চন,—

তোমাক উদ্দেশ্য কৰিয়েই লিখিছো জয়—প্ৰিয় মোৰ। বহুত দিন বহীখন চোৱা নাছিলো। কিনো লিখিম! নতুন খবৰৰ ভিতৰত এটাই আছে স্বামীৰ প্ৰমোচন হল। ইয়াত মোৰ আনন্দ কৰিব লগীয়া একো নাই।

সত্যনাৰায়ণ পূজালৈ তুমি আহিবা বুলিহে ভাবিছিলো। কাৰণ

এই পূজালৈ বোলে খবৰ পালেই আহিব লাগে। তোমাক মতা কথাত তেৱেঁই আগভাগ লৈছিল। লগ কৰি মাতিও আহিছিল। সেয়ে ধৰি লৈছিলো তুমি আহিবা বুলি।

তোমাক ঘৰলৈ মতাত বা মই তোমাক লগ কৰাত আপত্তি নাই। কিন্তু তেওঁ মোক তোমাৰ ঘৰৰ ঠিকনা নিদিয়ে। হয়তো মই গৈ তোমাৰ ওচৰত অপমানিত (অৱহেলা বা কথাৰে) হৈ আহো বুলি তেওঁৰ ভয়। ভয় কৰাই স্বাভাৱিক। কাৰণ তুমি যে ইচ্ছা কৰি দূৰ হৈছা তেওঁ বুজিছে। তেওঁ এইটোও বুজিছে মই তোমাৰ ঘৰৰ ঠিকনা পালে কোনো এক অসহ্য মুহূৰ্ত্তত তোমাৰ ঘৰ ওলামগৈ বুলি। হয়তো তেওঁৰ ভাব হয় এইদৰে হলে মই তেওঁৰ পৰা ক্ৰমাৎ আতৰি যাম। তেওঁ তো ভাবিব পৰা নাই মই এতিয়া ক'ত !!

জয়! তুমি আতৰিলা। কিন্তু সম্পূৰ্ণৰূপে তোমাক মোৰ পৰা আতৰাই নিব নোৱাৰিলা। মোৰ শৰীৰত এতিয়া তোমাৰ এটোপা তেজ আছে। মোৰ নিশ্বাসত সেই তেজ জীৱন্ত হৈ আছে। সৰু জয়ক মই তোমাৰ দৰেই গঢ়ি তোলাৰ চেষ্টা কৰিম। অন্যায়ৰ বিৰুদ্ধে যুঁজিবলৈ সিও জুইত জপিয়াই পৰিব। অৱশ্যে মই চেষ্টা নকৰিলেও সি তোমাৰ দৰেই হব। কিয়নো সি যে তোমাৰেই তেজ।

৬ জুন—

আজি ডাক্তৰৰ ওচৰলৈ গৈছিলো। ডাক্তৰে কৈছে মোৰ 'টুইন্ বেবি' হব। খবৰটোত মই বৰ আনন্দ পাইছো। এটি পুত্ৰ, এটি কন্যা যদি হয় বৰ ভাল হয়। ল'ৰাটো মোৰ হব। ছোৱালীজনী তোমাৰ হব। তাই ডাঙৰ হলে কিবা এটা সমন্ধ দেখুৱাই তোমাৰ লগত তাইৰ পৰিচয় কৰি দিমগৈ। মাক কোৱাৰ দৰে পেহীৰ ল'ৰা বুলিয়েই কম। তাই তেতিয়া তোমাক মামা বুলি মাতিব। চাবা তাই তোমাক খুব ভাল পাব। তেজে তেজৰ গোন্ধ পাব। অৰ্থাৎ ছোৱালীবোৰে দেউতাকক ভাল পায়।

আজি তেওঁ মোক কৈছে—'সক সক হুটি জয়ক তুমি গৰ্ভত লৈ আছা। কষ্ট পাইছা নহয়? তুমি বাৰু সহজ ভাবে উশাহ লব পাৰানে?

৭ জুন—

মোৰ কোঠাত মায়ে দুখন ছবি আৰি দিছিলহি। এখন মীৰাবাঈৰ। আনখন সদাশিৱৰ। স্বামীয়ে আগতে থোৱা জন কেনেডীৰ আৰু শিশু কৃষ্ণৰ দুখনো আছে।

মায়ে মোক মহা-মানবৰ জীৱনী পঢ়িবলৈ কৈছে। গৰ্ভত থাকোতে পোৱা শিক্ষাই বোলে আচল শিক্ষা। মাকবোৰৰ মনোভাব চিন্তাধাৰা সন্তানবোৰে মনৰ এচুকত অকণ হলেও লৈ আহে। মোৰ মন ধৰ্ম্মৰে কৰ্ম্মৰে শুদ্ধ হৈ থাকিবলৈ মায়ে মোক নিজে ৰামায়ণ মহাভাৰত পঢ়ি শুনাই। হয়তো তেখেতে এই আশাও কৰে এইবোৰ শুনি শুনি মোৰ গৰ্ভৰ অঙ্কুৰটি ঠিক ৰামচন্দ্ৰৰ দৰে বা অৰ্জ্জুনৰ দৰে ৰূপে-গুণে সু-সুন্দৰ ৰূপলৈ পৃথিৱীলৈ আহিব। সি আহি ৰাৱণবোৰ বধিব। ন্যায় যুদ্ধ কৰি পৃথিৱীত সুন্দৰক প্ৰতিষ্ঠা কৰিব। মায়ে পঢ়ি যায়, মই চকু মুদি নিৰৱে থাকি তোমাক স্মৰণ কৰো। মায়ে ভাবে মই তন্ময় হৈ ৰজা-মহাৰজা, দাতাকৰ্ণ, সতী দ্ৰৌপদী, শ্ৰীৰামচন্দ্ৰৰ, কৃষ্ণ লক্ষ্মণ অৰ্জ্জুনৰ কাহিনী শুনি মনতে তেওঁলোকৰ ছবি আঁকিছো।

চকুমুদি দিলেই মই তোমাৰ মুখখন দেখা পাওঁ। সেয়ে প্ৰায় সময় বিছনাত পৰি মই চকু মুদি থাকো। মই স্পষ্ট দেখা পাওঁ তোমাক। তোমাৰ কপালৰ বাঁওকালে থকা সৰু ৰঙা তিলটো পৰ্য্যন্ত। তোমাৰ হাতত থকা ৰঙা পাথৰ দিয়া আঙঠিটোও মোৰ চকুত ভাহি উঠে। মই তোমাক বুকুত অনুভৱ কৰো। তোমাৰ মৰমত মোৰ বুকুখন ক্ৰমাৎ আৰু গধুৰ হৈ পৰে। অৱশেষত মই তোমাৰ মৰমতে কান্দো।

মোৰ চকুত চকুপানীৰ চিন দেখিলে স্বামীয়ে কয়—মই সৰু জয়টোৰ কিয় অহিত চিন্তিছো। মায়ে কয়—কিয় মই এইদৰে অন্তৰখন টানিছো। ভয় কৰিব লগীয়াই বা আছে কি? এয়া প্ৰকৃতিৰ ধৰ্ম।

সিদিনা সত্যনাৰায়ণলৈ প্ৰতুল আহিছিল। স্বামীয়ে তেওঁক নিমন্ত্ৰণ কৰা নাছিল। আহি তেওঁ কৈছিল—'সত্যনাৰায়ণলৈ নামাতিলেও শুনিলেই আহিব পায়।' তেওঁক দেখি মই মোৰ কোনো সুপ্ত অনুভূতি জাগি উঠা গম নাপালো। প্ৰতুলে কোৱা কথাষাৰ শুনি মই মনতে কলো —তুমি দেৱতাৰ ভক্তিত আহিছানে, গেট খোলাৰ সুবিধা লৈ এনিশাৰ নাৰী সঙ্গীৰ টানত আহিছা? তুমি হাঁহিলা। স্বামী হাঁহিল। মই হাঁহিলো। জিকিলে উজ্বল আয়ত গভীৰ এযুৰি চকু। সংযম সভ্যতা মনোবলৰ দৃঢ়তাপূৰ্ণ এখন সুন্দৰ হৃদয়। তেওঁ কিন্তু জিকিবলৈ বিচৰা নাছিল।

জয়! মোৰ কেনে লাগে জানা! অহৰ্নিশে তোমাৰ চকুযোৰে মোলৈ লক্ষ্য কৰি আছে। তুমি সৎ-চৰিত্ৰবান। সেয়ে দুষ্ট ভিকতাৰ ওচৰৰ পৰা আতৰিলা। কিন্তু এই দুষ্ট নাৰীজনীয়েই তোমাৰ জীৱনলৈ অহা প্ৰথম নাৰী। তুমি এই নাৰীক ভালো পাইছিলা। তুমি সমাজ সচেতন। তুমি তোমাৰ মা-দেউতাই পুণ্যৰ বলত লভাপুত্ৰ। এক নাৰীৰ বাবে তুমি জগৎ এফলীয়া কৰিব নোৱাৰা। বাধ্য হৈ তুমি আতৰিছা। সেয়ে তুমি আলেঙে আলেঙে সেই নাৰীক লক্ষ্য কৰি আছা, তোমাৰ ৰক্তকণা গৰ্ভত লৈ তেওঁ তোমাৰ ধ্যানত আছেনে নাই।

১ নবেম্বৰ—

চাৰিমাহ মান বহীখন চোৱা নহল। নতুন কিবা কথা হলেহে বহীখন উলিয়াই লওঁ। আজি এই সন্ধ্যা বহীখন এইবাবেই উলিয়াই লৈছো অলপ আগতে মই নাৰ্ছিংহোমৰ পৰা আহিছো। দুজনী আয়াৰ কোলাত বগা টাৱেলেৰে মেৰিয়াই দুটা কেচুৱা দি মই যেতিয়া নাৰ্ছিংহোমৰ পৰা ওলাই আহো সেই সময়ত নিজকে বৰ দুৰ্ভগীয়া যেন লাগিছিল। তাতোকৈও দুৰ্ভগীয়া যেন লাগিছিল শিশু দুটাক।

চৌবিশ অক্টোবৰ পুৱা ভেতিয়া চাৰিমান বাজিছিল নেকি! মই ককালত ও পেটত বিষ অনুভৱ কৰো। ইবাঙ্গৰ সিবাগৰ কৰি থাকি

ভাবিলো এয়া এই বিবেই সকলো মাতৃয়ে ভোগকৰা বিষটোনেকি? ক্রমাৎ দহ পোন্ধৰ মিনিটৰ পাচে পাচে তীব্র যন্ত্রণা আহিবলৈ ধৰিলে। যিমানেই যন্ত্রণা পাওঁ দাঁত চেপি সেই যন্ত্রণা নিৰৱে সহ্য কৰিবলৈ পণ কৰিলো। এয়ে যেন প্রমাণ কৰিব মই জয়ক কিমান গভীৰ ভাবে ভাল পাওঁ। বুকুভৰা কান্দোনখিনি মাথোন চিঞৰি চিঞৰি কান্দিবৰ মন গল। মই যেন চিঞৰি জগতক কম—মই দুষ্ট নাৰী নাছিলো। জয়ে মোক ভুল বুজিলে। ইয়াতোকৈ ডাঙৰ দুঃখজনক কথা আৰু মোৰ একো নাই। হাড় মোহাৰি অনা এই বিষতকৈও ই মাৰাত্মক।

মই ইবাগৰ সিবাগৰ কৰি থকাত ও উচুপি উঠাত স্বামীৰ টোপনি ভাগিল। প্রথমে তেওঁ মোৰ কি হব পাৰে বুজা নাছিল। মোৰ কি হব পাৰে হঠাৎ যেতিয়া বুজিব পাৰিলে তেতিয়া তেওঁ জাপ মাৰি উঠি বহিল। মোৰ মুখখন দুই হাতে ধৰি সুধিলে—'দীপ এনে কৰিছা যে?'

'মই.মৰিম এতিয়া। মোক হাস্পাতাললৈ লৈ বলক।'

খবৰটো তৎক্ষণাৎ গোটেই ঘৰতে বিয়পি পৰিল। 'হয়নে'—বুলি শাহু লৰি আহিল। মোৰ লগত তেখেতো ওলাল। 'মা' বুলি মই তেখেতক গৰা মাৰি ধৰি উচুপি উঠিলো।

'মই তোমাৰ মা। তোমাৰ মা মই' আছো বুলি তেখেতে আদৰ কৰি মোৰ চকুপানী মোহাৰি দি কলে।

স্বামীয়ে কেইবোৰ মান বেবীচুট ও শিশুৰ প্রয়োজনীয় সকলো আনি এটা নতুন চুটকেচত ভৰাই থৈছিল। সেই চুটকেচটো কাৰোবাক গাড়ীতে তুলি দিবলৈ কলে।

নিশাৰ পৰা বৰষুণ দি আছিল। বৰষুণৰ মাজেদি মোক লৈ আমা গাড়ীখন আহি নার্ছিংহোমৰ ফিল্ডত থিয় হলহি। মটৰৰ পৰা নামি বাৰান্দাত উঠালৈকে এইকণ পথত মই অকণ তিতাত মায়ে ইস্ আচ্ লগাইছিল।

চৌবিশ অক্টোবৰৰ বৃহস্পতিবাৰৰ সন্ধ্যা পাঁচ বজাত মোৰ প্রথম সন্তানটিৰ জন্ম হয়। পাঁচ বাজি দহ মিনিট যোৱাত জন্ম হয়

দ্বিতীয়টিব। জন্মৰ লগে লগে ছুয়োটিকে পৃথক ভাবে ৰখা হৈছিল কিছু সময়। ছুয়োটি কন্যা সন্তান। দেখাত অবিকল একে শিশু ছুটিব কোনটি ডাঙৰ কোটি সৰু চিহ্ন হেৰাব বুলি মায়ে ছুয়োটিকে খুটি খুটি চাইছিল। ডাঙৰটিৰ কপালত এটা তিল আছে। আৰু চকুযোৰ দেখোন অদ্ভুত। চকুযোৰ তৰ্‌বৰ্‌ কৰি জিলিকি আছে। তৰ্‌বৰাই থকা চকুযোৰ মেলি ইফালে সিফালে চাবলৈ আৰম্ভ কৰিলেই। আন্ধাৰ সৰু কোঠালিটোৰ (গৰ্ভৰ) পৰা আহি এই বৃহৎ কোঠাটো, মুকলি বতাহ, পোহৰ পাই শিশুটি যেন বেচ প্ৰফুল্লিত হৈ পৰিছে।

ইফালে আনটি শিশু চকুমুদি শুই পৰিছে। ভাগবত যেন লালকাল দিছে। চকুযোৰ মাজে মাজে মেলিলেও তাত কোনো আহ্বান নাই। মোক একো নালাগে, মই একো বিচৰা নাই ভাবৰ এযোৰ শীতল চকু।

এসময়ত নাৰ্ছে আনি ছুয়োটি সন্তান মোৰ কাষত দিলেহি। ছুয়োটিৰে গাত তেওঁ আনি থোৱা কমলা ৰঙৰ সাজ। গাৰ ৰঙে কাপোৰৰ ৰঙে মিলি পৰিছে।

কপালত তিল থকা কেচুৱাটিয়ে লাইট জ্বলি পোহৰ হৈ থকা কোঠাটোত ইফালে সিফালে চকু ঘূৰালে। তৰ্‌বৰ্‌ কৰি থকা এই চকুযোৰতে মই জয়ক পালো।

নাৰ্ছক ফোন নম্বৰ এটা দি কলো—'জীৱন মহন্তক পালে কব সন্ধ্যাদীপ বাজখোৱাৰ টান। তেওঁ যেন এবাৰ আহে।'

'আপুনি সত্যি কি ভালে আছে। কিয় টান বুলি কয়। আপোনাৰ মনোবল ও সহ্য শক্তিত অবাক হৈছো। ছুটিকৈ সন্তান জন্ম দিলে 'ও' শব্দটি পৰ্যান্ত নকৰিলে। আপোনাৰ এই স্বাস্থ্যটিও অমূল্য।'

'ভালে আছো অৱশ্যে।' দীৰ্ঘ নিশ্বাস এৰি মই কলো—'তথাপি টান বুলিয়েই কব। নহলে সময়ৰ অভাবতে নাহিব।'

'এওঁক আমি জানো।' নাৰ্ছ গৰাকীয়ে কলে—'এবাৰ এখন মিটিঙত বক্তৃতা দিয়া শুনিছিলো। বাঃ কি সুন্দৰ কয়। গা-মন পৰম কৰি দিয়ে।'

আকৌ মোৰ দীৰ্ঘ নিশ্বাস পৰিল। নাৰ্চ পৰাকীক কবৰ মন গৈছিল এই সুন্দৰৰ বাবেই মই মনে প্ৰাণে মৰি যাব পাৰো। মোৰ শিশু ছুটিৰ পিতৃ তেৱেঁই—তেওঁৰ বাবে পোৱা যন্ত্ৰণাত মই মোৰ মনৰ গভীৰতা জুখি-ছিলো। সেয়েহে হাড় মূৰ মোচৰ দি অনা এনে যন্ত্ৰণাত মই 'আল' বুলিও এবাৰ নোকোৱাকৈ পাৰিলো।

মাক লৈ তেওঁ ঘৰলৈ যাবলৈ ওলাইছিল। মা আৰু তেওঁ ছুয়োৰ মুখ পাওঁতে জয় আহি ছুৱাৰ মুখত থিয় হলহি। তেওঁ জয়ক কলে—'মই মাক থৈ আহোগৈ। তুমি বহা। গুচি নাযাবা।'

স্বামীয়ে জয়ক তুমি বোলে। বি-এ পাচ কৰাৰ আগৰ পৰাই জয়ক তেওঁ চিনি পায়।

মায়েও জয়ৰ গালে মূৰে হাতফুৰাই দি আদৰ কৰি সুধিলে—ইমান দিন কিয় যোৱা নাছিল। তেওঁ ইয়াত নাছিল নেকি।

তেওঁলোক ওলাই যোৱাৰ পাচত মই জয়ক সুধিলো—'তুমি যে ফুল লৈ আহিছা, মৃত দেহ সজাবলৈ বুলি নিশ্চয়।'

তেওঁ আহি মোৰ বিছনাৰ কাষত থিয় হলহি। ফুলখিনি মোৰ শিতানত থৈ কোন এক দৃষ্টিৰে তেওঁ মোৰ চকুলৈ চালে। চকুত তেওঁৰ অসহায় অসহায় ভাব। পলকলৈ মাথোন মোৰ চকুত চকু থৈ তেওঁ মোক যেন বুজালে—তোমাক সুৰৰে হাঁহিৰে সজোৱা মোৰ ভাগ্যত নাছিল। সজাবলৈ চেষ্টা কৰিলে আৰু দহনহে হব লাগিব। বিৰপান ইতিমধ্যে কৰিলো। মই চট্‌ফটাই মৰিছো। মোৰ এই ৰূপত পৃথিৱীৰ কাৰো চকু নপৰে। তুমিও দেখা নাই। অনুভৱও কৰিব নোৱাৰা।

'জয়! সিহঁতক নোচোৱা?' সহজ হবলৈ চেষ্টা কৰি মই জয়ক কলো—'অলপ আগলৈকে মোৰ কাষত আছিল। এতিয়া নাৰ্চে লৈ গল। চাবা?'

'সিহঁতক মানে?'

'তুমি মোক দিয়া নিৰ্ম্মালি ছুপাহৰ কথা কৈছো। ছুপাহ পাৰিজাত যেন ছুটি কন্যা সন্তান।'

'নাচাওঁ।' নিস্পৃহ কণ্ঠেৰে তেওঁ কলে।

'কিয়— ?'

'ভাল লগা নাই। কিবা লাগিছে। ভয় নিশ্চয় নহয়। কেনে লাগিছে তোমাক বুজাব নোৱাৰিম। সিহঁতক চাবলৈ মোক আৰু নকবা। মোৰ চকুৰ আগলৈ সিহঁতক কোনোদিন নানিবাও। মই যেন কোনোদিন তোমাৰ এই সন্তানক দেখা নাপাওঁ। তুমি মোক এইদৰে নামাতিবাও। মই মন গলে কেতিয়াবা নিজে যাম।'

'যদি মন যায়!' কথাষাৰ কৈ মই জয়ৰ মুখলৈ চাই ৰলো।

জয়ে আকৌ আগৰ সেই দৃষ্টিৰে মোৰ চকুলৈ চালে। তেওঁৰ এই দৃষ্টিত মই তেওঁৰ হৃদয়ৰ বাকহীন যন্ত্ৰণা শুনিবলৈ পালো। তেওঁ যেন উচুপি কৈছে—সমাজ সংস্কাৰ যদি সকলো উঠি গলহেঁতেন!! তোমাৰ স্বামীটি হল, মই তোমাৰ কাষলৈ যোৱা পথৰ ৰুদ্ধ দ্বাৰ।

সেই নিশা দুয়োটি সন্তান বুকুত লৈ জয়ক ওৰে নিশা বুকুত উপলব্ধি কৰিলো। অস্ফুট স্বৰে বাৰে বাৰে জয়ক উদ্দেশ্য কৰি কলো—তোমাক আৰু আমনি নকৰো। তুমি শান্তিৰে থাকা।

৫ জুন, ১৯৫৯—

ন মাহৰ কথা কবলৈ হলে এয়ে—শিশু দুটাক লৈ মোৰ স্বামীৰ কল্পনাৰ অন্ত নাই। নিত্য-নতুন সাজ-পোছাক ইটো সিটো আনি থকা বাবে বাধা দিলেও নুশুনে। ত্ৰিভুবনৰ সকলো ৰত্ন-মুক্তা-ফুল-ফল আনি সিহঁতক দি যেন তেওঁ কেচুৱাদুটাৰ মন লব। সিহঁতক সুখী কৰিব। দুটা ডাঙৰ চুটকেচ তাহাঁত দুজনীৰ কাপোৰৰে ভৰি পৰিল। কোঠা এটা ভৰিল খেলনাৰে।

তাহাঁতৰ আয়া দুজনীৰ ওপৰতো তেওঁৰ চকু। সিহঁতক মানা কৰি থৈছে কোনো কথাতে যাতে সিহঁতে কেচুৱাক ভয় নুখুৱায়। সিহঁতৰ মুখত যাতে চুমা নাখায়। লগতে আদেশ দিছে সৰ্ব্বক্ষণ সিহঁতে চাফ চিকুন হৈ থাকিবলৈ। মলিয়ন কাপোৰ পিন্ধি যাতে সিহঁতে শিশুৰ কোনো কাম নকৰে বা তাহাঁতক কোলাত নলয়।

কেতিয়াবা তেওঁ ছুয়োজনীকে ডাঙৰ বিছনাখনত লৈ লয়হি। তাহাঁতক হঁহুৱাই খেলাই আনন্দ কৰে। ডাঙৰ ছোৱালীজনীয়ে আনন্দত কিৰিলিয়াই হাঁহে। আনজনীয়ে অবাক ভাবে ত'ইঁৰ হাঁহিলৈ চাই ৰয়। তাইৰ চকুযোৰ গৈ থমকি থমকি ৰয়গৈ বেৰৰ ছবি ছুখনত। এখন মীৰাবাঈৰ, আনখন কৃষ্ণৰ।

সিহঁতে এতিয়া অত্‌তত্‌ ধৰি থিয় হৈছে। ছুয়োজনীৰে চাৰিটাকৈ দাঁত ওলাইছে। মানুহৰ চকুৱে চকুৱে পৰিলেই সিহঁতে হাঁহে। তাহাঁতৰ এই পৱিত্ৰ হাঁহিত মই মোৰ হৃদয়ত এটা বেদনা অনুভৱ কৰো। মোৰ ভাব হয় এবাৰ যদি জয়ে সিহঁতৰ এই হাঁহি দেখিলেহেঁতেন।।

অন্নপ্ৰসন্নলৈ মই জয়ক নামাতো বুলিয়েই ভাবিছিলো। কিন্তু তেওঁ নিজে গৈ তেওঁলোকৰ ঘৰৰ সকলোকে মাতি আহিল। তাহাঁতৰ অন্নপ্ৰসন্নলৈ চহৰৰ গণ্য-মান্য পৰিচিত, আত্মীয় কুটুম্ব বহুতকে মতা হৈছে। দিনৰ তিনিমান বজাৰ পৰা নিমন্ত্ৰিত লোক আহিবলৈ আৰম্ভ কৰিলে। অন্নপ্ৰসন্ন নহয় যেন বিয়াঘৰহে। তেওঁ কৈছিল—'ইহঁতৰ বিয়া মই কেনেকৈ পাতো চাবা। এসপ্তাহৰ আগৰ পৰা দৰিদ্ৰ ভোজন আৰু দান চলিব। নিমন্ত্ৰণৰ ক্ষেত্ৰতো চিনাকি অচিনাকি নাচাওঁ। এফালৰ পৰা মাতি যাম।'

সন্ধ্যা সময়ত প্ৰতুল আহিল। স্বামী ভিতৰ সোমাই আহি মোক কলে—'প্ৰতুল আহিছে। ইহঁত ছুজনীক লৈ তুমি আহিবা।'

আয়াৰ হাতত তাহাঁত ছুজনীক পঠাই মই পাচে পাচে গৈ ছুৱাৰ মুখত থমকি ৰলো—। প্ৰতুলে তেওঁক কৈছে—'ক চোন এই সৌভাগ্যবান ব্যক্তিজনা কোন?' তেওঁ কণ্ঠত জোৰ দি কৈছে—'তোক দেখোন মোৰ চিকিৎসা চলি থকা কথা কৈছিলোৱেই।'

মই গৈ সমুখত থিয় হোৱাত প্ৰতুলে অলপ সময় মোৰ মুখলৈ চাই ৰল। তাৰ পাচত শান্ত কণ্ঠেৰে কলে—

'সচাই তই সৌভাগ্যবান। জোন যেন বেবী। সুন্দৰী স্ত্ৰী।'

'ভালে আছে?' মই প্ৰতুলক সুধিলো।

'আছো আক।' অকণমান হাঁহি প্ৰতুলে উত্তৰত কলে। তাৰ পাচত তাহাঁতলৈ বুলি অনা বগ্গা পাথৰ দিয়া সোণৰ আঙঠি দুটা তাহাঁতৰ আঙুলিত পিন্ধাই দিলে। দুয়োজনীৰ আঙুলিত আঙঠি দুটা খাই পৰিল।

সময় গৈ আছে। মোৰ মন ভিতৰি চঞ্চল হৈ পৰিছে। এই হয়তো জয় আহিছে। এই আহিছে ভাব এটাই মোক একে ঠাইত শান্তিৰে থাকিবলৈ দিয়া নাই। ঘনে ঘনে মই পদূলিলৈ চাইছো। শেষত মই সকলোৰে অলক্ষে গৈ ছাদত উঠিলো গৈ। ছাদৰ এনে ঠাইত মনে মনে বৈ থাকিলো য'ৰ পৰা পদূলিটো স্পষ্ট ভাবে দেখা যায়।

অলপ পাচত হঠাতে মোৰ কান্ধত পৰা হাতৰ স্পৰ্শত উচপ্ খাই ঘূৰি চাই দেখো মুখত পাইপ লৈ থকা স্বামীয়ে বৰ সহানুভূতিৰে মোৰ মুখলৈ চাইছে। মুখৰ পাইপটো হাতলৈ আনি কলে—'দীপ সচাই মই তোমাক আনন্দিত কৰিবলৈ বিচাৰো। মই এইমাত্ৰ জয়ক লৈ আহোগৈ।'

তেওঁ প্ৰতিবাদ কৰিবলৈ মোক ক্ষন্তেকো সময় নিদি দুপ্ দুপ্ কৈ তললৈ নামি গল। মই সেই ঠাইতে বৈ থাকিলো। অলপ পাছতে তেওঁৰ 'এম্বেচেডৰ' খন গেটেদি ওলাই গৈ বাটত উঠিল গৈ।

এইমাত্ৰ লৈ আহিছোগৈ বুলি গৈ তেওঁ এঘণ্টা মানৰ পাচতহে ঘূৰিল। তেওঁ ঘূৰি অহা মই দেখা নাছিলো। মাৰ লগত মই কি এটা কৰি আছিলো! তেওঁ মাত দিলে—'দীপ?'

তেওঁৰ মাত কাণত পৰাৰ লগে লগে এনে লাগিল খপহকৈ যেন এসোঁতা প্ৰবাহমান তেজ বুকুত থমকি বৈ দিলে। কিছু সময় মই তেওঁৰ মুখলৈ চাই ৰলো। তেওঁ কলে—'এইফালে আহা।'

মই লাহেকৈ মাৰ ওচৰৰ পৰা আতৰি আহিলো। তেওঁ মোক ছাদলৈ উঠি যোৱা খটখটীৰ মুখলৈ মাতি নি সৰু সৰু মাতেৰে কলে—

'জয়ক মই ছাদত বহুৱাই থৈ আহিছো। তাতে তুমিও যোৱাগৈ। ভিতৰত প্ৰতুল আছে। প্ৰতুলে যেন জয়ক নেদেখে। সীতাৰ মুখ

জয়ৰ সকলোৰ মুখেই যেন। জয়ক দেখিলে প্ৰতুলৰ বুজিবলৈ বাকী নাথাকিব। জয়ৰ কথা তুমি ভাবি চাবা। আহিবলৈ কোনোমতে মান্তি নহয়। জোৰ কৰি ধৰি অনাৰ দৰেহে আনিছো।'

'না—মই নাযাওঁ। আপুনিয়েই তেওঁৰ ওচৰত বহকগৈ।'

'প্ৰতুলক এৰি মই তাত বহিবলৈ নোৱাৰো। সি বৰ কিবা ধৰণৰ। তাৰে মোৰ ভয় লাগে। তাতে জয়তো মোৰ আলহী নহয়। মোৰ ওচৰত জয় নিসঙ্কোচ হব নোৱাৰে। মোতকৈ কিমান সৰু লৰা! যোৱা অকলৈ বহি আছে বেয়া পাব।'

মোক দেখিয়েই জয়ে কলে—'মই বেচি সময় বহিব নোৱাৰিম। কাম আছে।'

'তোমাক আজি মই বিৰক্ত কৰা নাই। তেওঁহে নিজৰ ইচ্ছাত তোমাক লৈ আহিছেগৈ।'

'লৰা কেইটামান মোলৈ বৈ থাকিব। মোক মাফ কৰা মই যাওঁ দিয়া।'

'জয়—?' মৰমেৰে মই মাত দিলো। জয় নিৰুত্তৰ। মই তেওঁ বহি থকা চকীখনৰ পাচফালে গলো। জয়ৰ কপাল চেলাউৰিৰ ওপৰত পৰি থকা ফৰ্‌ফৰীয়া চুলিখিনি চুই কলো—'পুৰা এবছৰ পাঁচমাহ মই তোমাক অকণ সময়লৈ নিবিড় ভাবে পোৱা নাই। আৰু বা কিমান দিন নাপাওঁ। হয়তো জীৱনলৈ এয়ে শেষ।'

তেওঁ মোৰ হাতখন কপালৰ পৰা আঁতৰাই সেই হাতত ধৰি মোক আগফাললৈ লৈ আহি কলে—

'তোমাৰ যে ভয় চয় একো নাই। হঠাৎ যদি কোনোবা আহি পৰে?'

'না—তোমাক মৰম কৰাৰ ক্ষেত্ৰত মোৰ ভয় চয় নাই।'

এইবাৰ তেওঁ একো নামাতিলে। মই আকৌ কলো—'তোমাৰ বৰুকণা ছুটিক চাই নোযোৱা? ইমান যে মৰমলগা হৈছে।'

'নালাগে। নাচাওঁ।'

'তাইতে কি অপৰাধ কৰিলে?'

'তুমিও একো অপৰাধ কৰা নাই।'

"তেন্তে—?'

'তোমাৰ স্বামী সিহঁতৰ দেউতাক। জগতে এইকথা জানে। সিহঁত কেৱল তেখেতৰ মৰমতে থাকক। সন্ধ্যা—তুমি মোক এই বিষয়ে একো নুশুধিবা আৰু একো নকবাও।'

'নাম কি থৈছো তাকো নুশুনা?'

'নুশুনো। তাহাঁতৰ নাম জানি মই কি কৰিম?'

অলপ সময় দুয়ো নিৰৱ। তাৰ পাছত ঘপহকৈ জয় বহাৰ পৰা থিয় হৈ কলে—'মই গৈছো।'

মই হাতত ধৰি জয়ক বহুৱাই দি কলো—'অন্ততঃ দহ মিনিট ৰোৱা। পূজাৰ প্ৰসাদ দুটামানকে মুখত লৈ যোৱা।'

কথাষাৰ কৈয়েই মই ততাতৈয়াকৈ তললৈ নামি আহিলো। মই আহি বাথৰুমত সোমাই দুৱাৰ মাৰি অলপ কান্দি ললো। জয় যাবলৈ থিয় হোৱাৰ লগে লগে বুকুখন কেনে যে লাগিছিল!

থাল এখনত পূজাৰ প্ৰসাদ আৰু পানী এগিলাচ লৈ মই খোজ দিওঁতে মায়ে সুধিলে—মই প্ৰসাদ কালৈ নিছো। জয়ৰ নাম কোৱাত কলে—'ঘৰৰ লৰা। পূজাত সেৱা এটাও নকৰিলে। কেতিয়া আহিল। ক'ত আছে। মই মাতিছো বুলি কবা।'

অলপ পাছতে মায়ে নিজে গৈ জয়ক নিজৰ কোঠালৈ লৈ আহিল। যাবলৈ বিচৰাত তাতে অকলৈ খাবলৈ দিবলৈ কলে। উৰ্মিয়ে সীতাক কোলাত লৈ কোঠাত কি জানো কৰিছিল। মায়ে সীতাক নিজৰ কোলালৈ আনি উৰ্মিক তেওঁৰ বাবে তৎক্ষণাত যোগাৰ কৰিবলৈ কৈ কোঠাৰ পৰা ওলাই গল।

সীতাক জয়ে দেখা পালে। কিন্তু তেওঁ নাজানিলে সেইটি যে তেওঁৰেই সন্তান। মই দেখা পাওঁ সীতাই তাইৰ অভ্যাস মতে জয়ক দেখি জয়ৰ মুখলৈ চাই হাঁহিটি মাৰিছিল। জয়ৰ মুখত এই হাঁহিয়ে কোনো ভাবৰ প্ৰতিক্ৰিয়া কৰা চিনু দেখা নাপালো।

১ জুন, ১৯৬২—

মোৰ জীৱনটোৱে কেতিয়া কেনেকৈ কোন সময়ত কিয় ৰূপ সলায়ে মই নিজে এই কথাৰ গমকে নাপালো। সীতা-মলয়াৰ অন্নপ্ৰাশনৰ নিশা, জয়ক আৰু কাহানিও বিৰক্ত নকৰো বুলি বাৰে বাৰে শপত খাইছিলো। সেয়া প্ৰায় পাঁচ বছৰৰ আগৰ কথা। এই সুদীৰ্ঘ কালচোৱাত বহুতো ঘটনাই ঘটিল। তথাপি বহীখন চোৱা নাছিলো।

শাহু ঢুকুৱা আজি তিনি বছৰ হল। মোৰ দেউতাও ঢুকাল। সীতা মলয়াই পঢ়া আৰম্ভ কৰাও এবছৰ হল। সিহঁত দুয়োজনীকে তেওঁ হোষ্টেলত থৈ পঢ়ুৱাৰ কথা কৈছে। মই ভাবিছো সীতাক নপঠাওঁ। তাইক আতৰাই থৈ জয়ৰ স্মৃতিজড়িত এই ঘৰখনত থকা অসম্ভৱ হব। তাইৰ তৰ্‌ৰবাই থকা চকুযোৰে মোক যেন কয় মই হৰা নাই। মই এতিয়াও জিকি আছো।

সীতা মলয়াৰ পাছত মই আৰু এটি কন্যা-সন্তানৰ মাতৃ হওঁ। এইৰ জন্মৰ কথা কওঁনে নকওঁ জানো। কোৱাই ভাল। মোৰ জীৱনৰ সোঁত মোৰ স্বামীয়ে তেওঁৰ যিকালে ইচ্ছা সেইকালে বোৱালে। সেই কথাইতো মই আজি কব খুজিছো।

হাতত বহীখন লৈ মই এতিয়া ঘূৰি যাওঁ সীতা-মলয়াৰ অন্নপ্ৰাশনৰ দিনটোলৈ। নিমন্ত্ৰিত লোকসকল নিজ নিজ গৃহলৈ ঘূৰাৰ পাছত যিজন মানুহ তেওঁৰ বিছনাত পৰি থাকিল তেওঁক মই ইয়াৰ আগতে দেখা নাছিলো।

সেই নিশা। সকলো যেতিয়া নিৰব নিতাল মাৰে, তেতিয়া মই অকলৈ নগে ছাদলৈ উঠি গৈছিলো। য'ত কিছুসময়ৰ আগতে জয় বহিছিল সেই চকীখনৰ পিঠিত মই আলফুলে হাত বুলাই দিলো। ঠিক সেই সময়তে ছাদলৈ কোনোবা উঠি অহা জোতাৰ শব্দ শুনি খট্‌খটীৰ মুখলৈ চাই ৰওঁ।

আজি পূৰ্ণিমা তিথি। জোনৰ স্নিগ্ধ পোহৰে পৃথিৱীলৈ কাৰোবাৰ বাবে মিঠা কবিতাৰ ছন্দ ছটিয়াইছে। কাৰোবাৰ বুকুলৈ এৰিছে

নিসঙ্গতা বোধৰ অগ্নি। সকলোৰে মাজত থাকিও নিসঙ্গতা বোধ কৰা অগ্নি।

খটখটীৰ মুখত স্বামীক দেখি মই চকুমুদি দিলো। এই মুহূৰ্ত্তত মোৰ এই মানুহজন অসহ্য। মই জানো অলপ পাছতে তেওঁ অন্য পুৰুষৰবে মোক বিব্ৰত কৰি তুলিব। তেওঁ আহি মোৰ বাহুত হাত থৈ মাত দিলে—'আহা।' তেওঁ তেওঁৰ প্ৰয়োজনৰ জাননী এই মাতষাৰেই দিয়ে।

মই কোঠাত সোমায়েই থমকি ৰলো। কোঠাৰ সক বিছনাখনত লৰা এজন শুই আছে। ঘপহকৈ লৰাজনক এজন অসহায় ৰাজকুমাৰৰ দৰে লাগিল। চিকাৰ কৰিবলৈ আহি যেন অৰণ্যত বাট হেৰুৱাই অকলশৰে অসহায় ভাবে পৰি আছে। মই বিছনাৰ কাষত থিয় হৈ লৰাজনৰ মুখলৈ চালো। গাৰ বৰণ মিঠা। মুখৰ গঢ়টি সুন্দৰ। মুখখন দেখি ভাব হল লৰাজন ক্লান্ত। মুখলৈ চাই থাকি বয়স অনুমান কৰিলো। খুব বেচি চৌবিশমান হব যেন লাগিল। মোৰ অবচেতন মনে যেন মোক ইঙ্গিত দিলে—এওঁৰ দ্বাৰাই জয়ৰ পৰা পোৱা অৱহেলা শূন্যতা দূৰ কৰা। স্বামীয়ে এওঁক আথে বেথে নিজৰ ৰেড্‌ৰুমত শুৱাই থোৱা কাৰ্য্যটিও উদ্দেশ্য শূন্য নহয়। এই উদ্দেশ্যটিৰ বিষয়ে তেওঁ মোক একো বুজাই নকলেও মই বুজিছো। মই লাহেকৈ স্বামীক সুধিলো—

'এওঁ—।'

'এওঁ এজন কোটিপতি লোক।'

মই মনে মনে থাকি ভাবিলো—ভালেজেহে লৰাজনক প্ৰথম সাক্ষাতে ৰাজকুমাৰ যেন লাগিছিল। তেওঁ আকৌ কলে—'এওঁৰ আঠখন বাগান আছে। অমুক আছে। তমুক আছে। অমুক কুম্পানী এওঁলোকৰ। তমুক ফেক্টৰী এওঁলোকৰ।'

'আপোনাৰ লগত সম্বন্ধ? ফেক্টৰীবোৰত নিশ্চয় মাজে মাজে ধৰ্মঘট হয়। এইবোৰৰ মাজেৰে চিনাকিনে…।' মোৰ কথা সমাপ্ত হবলৈ নাপালে। তেওঁ কলে—'এওঁৰ লগত সম্বন্ধ বহুত কথাত।'

'বন্ধু নিশ্চয় নহয়। বয়সত বহুত সক যেন লাগিছে।'

'বয়সত সক হলেও উপাধী ধৰি মাতে যেতিয়া বন্ধুৱেই। লবাজন শিল্পিতো।'

'বিলাতত শিক্ষা লভি অহা নহয়তো?'

'স্মৃতি শক্তিতো তোমাৰ কম নহয়। বেচ্ মনত ৰাখিছা।'

'মধুৰ কথা আলফুলে বুকুত সাচি থোৱাৰ দৰে অতি তিক্ত কথা হৃদয়ত সাচি নথলেও কেতিয়াবা জীৱনৰ বাবে বৈ যায়।'

স্বামীয়ে মোৰ কথাৰ একো উত্তৰ দিয়া নাছিল। তেওঁ কি ভাবি জানো লবাজনৰ মুখলৈ চাই আছিল। মই কলো—

'এওঁ যে ইয়াত? নিত্রাভ নে নিচাভ?'

'ছুয়োটাতে।' তেওঁ কলে।

মই সেই ঠাইৰ পৰা আতৰি গৈ ড্রেচিংৰুমত সোমাই সাজ পাৰ সলালো। স্বামীৰ কাৰ্য্যত যিমান মনে বিদ্রোহিতা কৰিব লাগিছিল, সিমান বিদ্রোহী হব পৰা নাই। বোধহয় লবাজনৰ মুখৰ অসহায় ও ক্লান্ত ভাবেই বিদ্রোহ কৰিবলৈ সুবিধা দিয়া নাই।

স্বামীৰ প্ৰতি বৰ বেচি বিতুষ্ট বোধহয় এইবাবেও হোৱা নাই তেওঁ হোটেলৰ নিশাটিৰ দৰে এটি নিশা আহ্বান কৰি যে তেওঁৰ চাকৰীৰ মুৰ মেৰুদণ্ডৰ ওচৰলৈ মোক উপঢৌকন হিচাবে লৈ যোৱা নাই। তেওঁতো সিদিনা বাৰে বাৰে কৈছিল—'মই কোনো প্ৰত্যাশা কৰি এৱা কৰা নাই।' মোৰ স্বামীয়ে প্ৰত্যাশা নকৰিলেও তেওঁৰ চাকৰীৰ মুৰ মেৰুদণ্ডটিয়ে উপঢৌকন হিচাবে মোক পোৱাত উপকাৰ এটি অৱশ্যে কৰিলে। তেওঁৰ চাকৰীৰ প্ৰমোচন হল।

* * * * *

কোম্পানীৰ মালিকটিৰ লগত বন্ধুত্ব গঢ়ি তুলিবলৈ স্বামীয়ে সৰ্ব্ব-প্ৰকাৰৰ সুবিধা দিলে। মাজে মাজে তেওঁ কয়—'তুমি জন্মৰ বাবে মন উদাস কৰি বিষন্ন মনে থকা মোৰ সহ্য নহয়। জন্ম নিষ্ঠুৰ। তেওঁৰ

বুকুত কিবা সুক্ষ্ম অনুভূতি থাকিলেহে! তেওঁ হল জুই জলোৱা লৰা। তেওঁ মাথোন জুই জ্বলাব জানে।'

প্ৰায়েই তেওঁ এইদৰে কৈ থকাত মোৰ মনত ভাব হল—কথাটো সচা। তেওঁতো জয় অহা পথ ৰুদ্ধ কৰি ৰখা নাই। তথাপি তেওঁ এবাৰ আহি চাই নগল তেওঁৰ বাবে কেনেকৈ মই সৰ্ব্বক্ষণ প্ৰতীক্ষাত ৰওঁ।

শ্যামৰ সতে নিবিড় সম্পৰ্কলৈ আহিলে হয়তো জয়ক বুকুৰ পৰা আতৰাব পাৰিম বুলি সঘনে শ্যামক লগ পাবলৈ ললো। শ্যাম আতৰি যোৱাৰ পাছত উপলব্ধি কৰো জয় সৰ্বক্ষণ মোৰ পাছতে আছে। কোনো সময়ত মোৰ বুকুত যেন কয়—এয়া তুমি কি কৰিছা সন্ধ্যা?

মই কি কৰিছো নকৰিছো বুজিব নৌ-পাৰোতেই দ্বিতীয় বাৰ মাতৃ হওঁ। অৱশ্যে স্বামীৰ ইচ্ছাতহে। পৃথিৱীৰ বায়ু ও পৃথিৱীৰ পোহৰলৈ আহি মোৰ সন্তানে পৃথিৱীক বন্দনা জনোৱাৰ লগে লগে স্বামীয়ে শ্যামলৈ ফোন কৰিলে।

শ্যামক এই সময়চোৱাৰ ভিতৰত তেওঁ অন্তৰঙ্গ বন্ধুৰ দৰে ব্যৱহাৰ কৰিছে। মোক মাজত লৈ দুয়ো দুকাষে শুইছে। মই তেওঁক কলো—'শ্যামক সন্তানটো শ্যামৰ বুলি কোৱাত ইমান উৎসাহ কিয়? তেওঁক জনোৱাৰ মানে? জয়ৰ ক্ষেত্ৰতো জয়ক জনোৱাত বাধা দিছিল।' স্বামীয়ে কলে—'শ্যামৰ এই সন্তানে তাৰ সম্পত্তিৰ এভাগ পাব। তাৰ মুঠেই লৰা এটা। মই দাবী জনাম। সিও কথাটো প্ৰচাৰ নকৰিবলৈ মোৰ দাবী মানি লব। নহলে তাৰ লগত অপবাদ দি তোমাক ত্যাগ কৰাৰ কথা কম। এই ঔষধেই কাম দিব।'

কথাষাৰ কৈ তেওঁ কেনে এটা হাঁহি মাৰিলে। তেওঁৰ এই হাঁহিত এনে লাগিল মোৰ স্বামীতকৈ কদৰ্য্য পুৰুষ আৰু দ্বিতীয় জন নাই। শ্যামক মাতি পঠোৱা বাবে শ্যাম নাৰ্ছিং হোমলৈ আহিল। নাৰ্ছে কৈ তেওঁ এটি সুন্দৰ বেবী শ্যামক অন্তেকলৈ দেখুৱালে। শ্যাম যোৱাৰ পাচত লোকৰ কেচুৱা কিয় দেখুৱাইছিল সোধাত কলে—'এই ওঠ কটা

কেচুৱাটো দেখুৱালে তাৰ হৃদয় অবজ্ঞা বিতৃষ্ণাৰে ভৰি পৰিব। মায়া বোলা কথাটো হৰ কৰ পৰা।'

'পাছতো দেখিব।'

'পাছত মানে! ইমানতে তেওঁক নমস্কাৰ। মাথোন এই মাহৰ ভিতৰত মই মোৰ উদ্দেশ্যটো সমাধা কৰি লব লাগিব।'

স্বামীয়ে তেওঁৰ উদ্দেশ্য সমাধা কৰিবলৈ এমাহ বৰ লগীয়া নহল। ইয়াৰ পাছত এদিন মোক কলে—'কেচুৱাটো দূৰৰ কাবোবাক দি দিব লাগে। টকা পালে সি কেচুৱাটো ডাঙৰ কৰিব আৰু পৰিচয় গোপন কৰি ৰাখিব। তেওঁ এইজনী ছোৱালী নিজৰ ছোৱালী বুলি পৰিচয় দিব নোৱাৰে।'

সীতা মলয়াৰ প্ৰতি থকা টানৰ দৰে টান মই এই সন্তানৰ ক্ষেত্ৰত অনুভৱ কৰা নাই। কোঠাৰ ভিতৰতে বিহাৰী তিকতা এজনীয়ে তাইক ডাঙৰ কৰিছে। তাই সূৰ্য্যৰ পোহৰ ও তাপ নাপায়। শ্যাম আৰু এই ঘৰলৈ অহা নাই। নহাবাবে মই আনন্দিত। তেওঁৰ খোজৰ যি চিহ্ন থৈ গল এই কুচ্ছিত দৰ্শন ছোৱালীজনী তাইৰ নাম বিহাৰী তিকতা-জনীয়ে ৰাখিছে। তাইৰ নাম—জোনালী। জোনা।

জোনাক শিশু সীতাই মৰম কৰি গালত হাতত ভৰিত চুমা দিয়ে। এই দৃশ্য মোৰ চকুত পৰিলে নিজকে বৰ সৰু সৰু যেন লাগে। মই জোনাক মৰম কৰিব খোজো। কিন্তু সীতালৈ থকা মৰমৰ দৰে মৰম কৰিব নোৱাৰি হাৰি যাওঁ।

মলয়ে ইফালে কৃষ্ণা নামৰ আয়াজনীৰ ওচৰত সুন্দৰ ভাবে মীৰা ভজন শিকি পেলাইছে। তাই এদিন জোনাৰ ওচৰত বৈ গাইছিল—

পিয়া অব ঘৰ আজা মেৰে
তুমহো মেৰে ম্যায় হুঁ তেৰে।

জোনাৰ কাষত মলয়ক দেখিলে মই অস্ফুট কণ্ঠেৰে কওঁ—সুন্দৰৰ প্ৰতীক, তই সুন্দৰ। তই মধুৰ। এই বয়সতে তোৰ কণ্ঠত এই দৰদ। জোনা নিখুত হোৱা হলেও তোৰ দৰে ভজন গোৱা গীত গোৱা এইবোৰত

নিশ্চয় বাধ্যকিৰহৈছেন। এদিন সীতাই মোক কলে—'মা তোমাক কিয় পুতলা কিনি নিদিয়া? কিয় তোমাক সুবাবলৈ নপঠোৱা? মা! তোমাক কিয় কোঠাৰ পৰা ওলাবলৈ নিদিয়া?' এই তোমাৰ তিনি বছৰ বয়সত মই তৃতীয়বাৰ মাতৃ হওঁ।

তৃতীয়বাৰ মাতৃ হওঁ মানে—এয়া মই নাৰ্ছিং হোমলৈ ওলাইছো। আজি ১৯৬২—১ জুন। চাৰি পাঁচ দিনৰ পাছত মই এটি সন্তান লৈ ঘৰলৈ ঘূৰিম। স্বামীয়ে কৈছে যদি পুত্ৰ সন্তান হয় আৰু দেখাত যদি সীতা মলয়াৰ দৰে হয় তেন্তে গোটেই চহৰখনকে বৌ মাছ খুৱাব। সকলোৱে কব ৰাজখোৱাৰ এটি সুন্দৰ লৰা হৈছে। এই কথাষাৰ শুনাতে তেওঁৰ অপাৰ আনন্দ।

এই সন্তান গৰ্ভত স্থিতি লওঁতেই মই তেওঁক কৈছিলো—'আৰু নহব। আজিকালি চাৰিটা সন্তান। লাজ লগা কথা।'

মই ভাবিছিলো তেৰোঁ তাকেই কব। কাৰণ পৃথিৱীৰ চকুতটো তেওঁ আৰু দুৰ্ভগীয়া হৈ থকা নাই। কিন্তু মোক অবাক কৰি তেওঁ কলে—'তেওঁক আৰু দুটা সন্তান লাগিবই। এটি সন্তান হব সুৰৰ কণ্ঠৰ যাদুকৰ। আনটি সন্তান হব প্ৰখ্যাত লিখক বা সাহিত্যিক। পৃথিৱীয়ে এই দুটি সন্তানৰ নাম লব শ্ৰদ্ধাৰে মৰমেৰে।'

'তাৰ মানে?' মই প্ৰশ্ন কৰিলো।

'তাৰ মানে অতি পৰিষ্কাৰ। এজন টলষ্টয়ৰ লগত তোমাৰ পৰিচয় কৰাই দিম। তুমি বন্ধুত্ব গঢ়ি লবা। সুৰৰ যাদুকৰজনৰ লগততো তোমাৰ পৰহি পৰিচয় কৰি দিছোৱেই।' কালিলৈ চাহৰ নিমন্ত্ৰণ কৰিব। তেওঁ ইয়াত এইবাৰ প্ৰায় এমাহ মান থাকিব বোলে।'

'আৰু এজন গেলেলিঅ'ৰ (বৈজ্ঞানিক) লগত পৰিচয় কৰি নিদিব জানো?' মই কলো।

'সিও হব।' তেওঁ সহজ ভাবেই উত্তৰ দিলে।

১৯৬২—২৫ জুন—

গোটেই চহৰে বৌমাছ খোৱা ভাগ্য চহৰৰ নহল। বিলোৱাৰ তৃপ্তিও

তেওঁ উপভোগ কৰিবলৈ নাপালে। সন্তানটি পুত্ৰ হলেহে মাত্ৰ বিয়োৱাৰ কথা আছিল, সন্তানটি হল কন্যা। এইবে সৈতে মই চাবিকনী হেৰুৱালো ঐক।

যদিও সন্তানটি স্বামীয়ে আশা কৰা মতে কৰা নহল তথাপি তেওঁক আনন্দিত যেনেই দেখা গল। যিহেতু ছোৱালীজনী বৰ ধুনীয়া। দেখিলে আদৰ কৰি একোলা লবৰ মন যোৱা, আদৰ কৰি গালখন টিপি দিবৰ মন যোৱাকৈ ধুনীয়া।

১৯৬২ —১০ ফেব্ৰুৱাৰী—

অলপ আগতে তেওঁ আহিছিল। প্ৰখ্যাত গায়ক ও গীতিকাৰজনৰ কথা কৈছো। তেওঁক সুৰৰ যাদুকৰ বুলিও কৰ পাৰি। তেওঁৰ নামটো কমনে নকম এতিয়াও ভাবি পোৱা নাই। মই মোৰ কথা কবলৈ লৈ কাকো কলঙ্কিত কৰিব খোজা নাই। এতিয়ালৈকে যাৰ যাৰ নাম কোৱা হল সেয়ে তেওঁলোকৰ উপাধী কোৱা নাই। জয়ৰ উপাধী কৈছো কাৰণ মই জানো কোনো কলঙ্কই তেওঁক স্পৰ্শ কৰিব নোৱাৰে। তেওঁ নিৰ্দোষ।

এই কণ্ঠ শিল্পীজনৰ উপাধী নোকোৱাকৈ নামটি মাথোন কলেও সকলোৱে বুজি যাব সেয়ে নামো নকওঁ। এওঁ সৌন্দৰ্য্যৰ পূজাৰী যদিও মই সুন্দৰী বুলি তেওঁ নিজে আগবাঢ়ি অহা নাই। স্বামীয়েহে তেওঁক মাতি আনিছে। পুলিচৰ মানুহ তেওঁ ভাল নাপায়। মোৰ স্বামীৰ লগত বন্ধুত্ব হে এই ঘৰলৈ অহাৰ সূত্ৰও নাই। তেওঁক কৌশলেৰে হে এই গৃহলৈ অনা হৈছিল। মোৰ লগত পৰিচয় কৰি দিছিলহি। সৌন্দৰ্য্য ও সুৰৰ উপাসক আপুনি বাদ্ধ খাই গল। মোৰ এই কেচুৱাটিৰ তেওঁ নামকৰণ কৰি কৈছিল—'তোমাৰ বেবীটি যেন এপাহ ফুল। মই নাম থৈছো অপৰাজিতা। জীতা বুলি মাতিম।'

তেওঁ আজি আহিয়েই জীতাৰ খবৰ লৈছিলহি। আয়াই শুই থকা বুলি কোৱাত যতেই শুই আছিল তাতেই তেওঁ তাইক চাই আহিলগৈ।

তেওঁ আজি মোক গুণগুণাই কেইষাটাও গান গাই শুনালে। মোৱাৰ মাজে মাজে সুধিছিল—'ভাল লাগিছে?' মোৰ কৈছিল মই

বোলে যিমানেই হাঁহি নাথাকো লাগিলে, ভালকৈ মন কৰিলে সকলোৱে বুজিব এয়া হাঁহি নহয়। হাঁহিৰ সিপিঠিহে।

তেওঁৰ এই কথাত মোৰ দীৰ্ঘ নিশ্বাস পৰিছিল। মোৰ এনে লাগিছিল মোৰ হৃদয়ত একমাত্ৰ এওঁৰহে চকু পৰিছে। মোৰ চকুত জয়ৰ মুখখন ভাহি উঠিছিল। তেওঁৰ খবৰ এটা পৰ্য্যন্ত নোপোৱা হলো। মোৰ এল্‌বামত চিনাকি, আত্মীয় বহুতৰে ফটো আছে। এওঁৰ ফটো এখনো মোৰ হাতত নাই। অৱশ্যে এইখন মুখৰ ফটোৰ মোৰ কোনো প্ৰয়োজনো নাই। চকু মুদিলেই মই তেওঁক আজিও স্পষ্ট দেখা পাওঁ। সিদিনা স্বামীয়ে কৈছিল ক'ত জানো তেওঁ বোলে বৰ্ত্তমান বিচাৰকৰ আসনত। তেওঁকে বোলে ন্যায় বিচাৰক বুলি কব পাৰি। ইতিমধ্যেই বোলে তেওঁৰ নাম যশশবিয়পিছে। দুস্কৃতি অন্যায়ক দমন কৰি সুন্দৰক প্ৰতিষ্ঠা কৰা ব্ৰত লৈ অহা তেওঁৰ দৰে যুৱকে সুস্থ ও সত্য বিচাৰেই কৰিব। তাত ভুল নাই। অৰ্থাৎ বাহিৰা উলিয়াই ঘৰ-মাটি, গাড়ী কৰাৰ চিন্তাত বিচাৰকক ধৰ্ম্মাৱতাৰ কিয় কোৱা হয় এই কথা পাহৰি নাযায়।

আজি মোৰ কেৱল জয়ৰ কথা কবৰ মন গৈছে। যদিও এই বহীখন হাতত লোৱা সময়ত মোৰ নতুন বন্ধু কণ্ঠ শিল্পীজনৰ কথাহে কম বুলি ভাবিছিলো। এই সময়ত মোৰ কাৰো কথা কবৰ মন যোৱা নাই। মই লিখি থকা অৱস্থাতে মোৰ এই বহীখনৰ ওপৰত, মোৰ লিখা এই শব্দবোৰৰ ওপৰতো তেওঁৰ মুখখন দেখা পাইছো। তেওঁৰ কপালত থকা সৰু বগা তিলটো পৰ্য্যন্ত।

বুকুখন মোৰ কেনেবা কৰি আনিছে। মোৰ দ্বাৰা আৰু এতিয়া আন একো লিখা সম্ভৱ নহব। মই বুকুত জয়ক উপলব্ধি কৰিছো। আজিও মই তেওঁৰ মৰমতে সকলোৰে অলক্ষে কান্দো। বুকুত তেওঁৰ প্ৰতি ভৰি থকা মোৰ মৰমবোৰ এয়া তেওঁৰ নামতে চকুপানী হৈ গাললৈ বাগৰি আহিছে।

১৯৬২—২০ ফেব্ৰুৱাৰী—

বহু দিনৰ পাছত আকৌ বহীখন লৈ বহিছো। আজি তেওঁ মোক

আদেশ দি গৈছে মই এই শিল্পীক নিমন্ত্ৰণ কৰিব লাগিব। চন্দ্ৰবৃদ্ধি কৰি হলেও তেওঁক নিশা ঘৰলৈ ঘূৰি যোৱা বন্ধ কৰিব লাগিব। মই আগ নিশা থাকিব লাগিব শিল্পীৰ কাষত। পাচ নিশা তেওঁৰ কাষত।

তেওঁক ভাত খাবলৈ নিমন্ত্ৰণ কৰাত বা তেওঁৰ লগত নিশি যাপন কৰাত মোৰ আপত্তি নাই। আজি-কালি এনে ভাব হল এইবোৰ যেন একো কথা নহয়। দেহত একোৱেই নাই। মই মোক উপলব্ধি কৰো দেহক বাদ দিহে। মোকতো নিজকে অশুদ্ধ বা অপবিত্ৰ যেন নালাগে। স্বামীয়ে মোক নিচাত আসক্ত কৰি দিলে। এতিয়া সময়ত কোনো বন্ধু নাপালে নিসঙ্গতা উপলব্ধি কৰো। শূন্য শূন্য লাগে। অদ্ভুত ভাগৰ লাগে। মই উপলব্ধি কৰো হৃদয়ত এক বেদনা। কেতিয়াবা এই নিসঙ্গতা বোধতে আনন্দ পাওঁ। মনতে জয়ক উদ্দেশ্য কৰি কওঁ— জয়, মই বৰ অকলশৰীয়া। মোৰ এই নিসঙ্গ জীৱনৰ সঙ্গ তোমাৰ স্মৃতি মাথোন। নিষ্ঠুৰ ভাবে ই গভীৰ।

১৯৬৩—১৫ জানুৱাৰী

চতুৰ্থবাৰ মই সেই একেটা নাৰ্ছিং হোমলৈ ওলাইছো। ওলাই এয়া ততাতৈয়াকৈ বহীখন উলিয়াই লৈছো। আগফালে গাড়ী সাজু আছে। বিষ এটাই মোৰ কঁকাল পেট মোচৰ দিছে। তেওঁ ঘৰত নাই। এই মুহূৰ্ত্তত মই তেওঁক কামনাও কৰা নাই। কাকোৱেই মই ওচৰত কামনা কৰা নাই। মোৰ চকুৰ আগত ভাহি উঠিছে দেউতা মোৰ বিয়াত ব্যস্ত হৈ পৰা চেহেৰাটো। দেউতাই সু-পাত্ৰত কন্যা সম্প্ৰদান কৰিবলৈ পোৱা আনন্দ-উৎসাহত, লোকৰ ঘৰলৈ ছোৱালী জীৱনৰ বাবে উলিয়াই দিয়া বেদনা ফ দূৰ কৰিব পাৰিছে।

দৰা সাজত হোমৰ কাষত বহি থকা স্বামীৰ চেহেৰাটোও ভাহি উঠিছে। সেই সময়ত মোৰ হৃদয়ত কোনোবা অশৰীৰীয়ে কোৱা কথাবাৰো শুনিবলৈ পাইছো। মোৰ কাণে কাণে কোনে যেন কৈছিল —'তই আজিৰ পৰা হৈ পৰিলি জন্তৰ আহাৰ।'

ক্ৰমাৎ কঁকাল ও পেটৰ বিষ তীব্ৰ হৈ উঠিছে। আৰু লিখিব

নোৰাবো। এই মুহূৰ্ত্তত মোৰ হৃদয়ে মাথোন বাৰে বাৰে এটি নাম জপ কৰিছে জয়! জয়! জয়!

জয়ৰ ফুলৰদৰে পৱিত্ৰ শিশুটিয়ে অৰ্থাৎ সীতাই আনি মোক এপাহ ফুল দিছেহি। মই কেনিবা যাবলৈ ওলালেই তাই মোক এপাহ ফুল দিয়েহি। তাই দিয়া ফুল পাহ মই খোপাত বা বেনীত গুজি লওঁ। তাই তেতিয়া মোৰ মুখলৈ চাই তৃপ্তিৰে হাঁহে।

বিষটো ক্ৰমাৎ ঘন হৈ আহিছে। হাড় গুড়ি হৈ যোৱাকৈ মূৰটো কৰবাত খুন্দিয়াবৰ মন গৈছে। মই যেন জগতে শুনাকৈ চিঞৰি চিঞৰি কম—স্বামীয়ে মোৰ ওপৰত অত্যাচাৰ চলাইছে। মোক মোৰ স্বামীয়ে মোৰ সকল ও পৱিত্ৰ পথৰ পৰা নমাই আনি এয়া তিলে তিলে হত্যা কৰিছে।

১৯৬৩—১৫ ফ্ৰেব্ৰুৱাৰী

মোৰ পুত্ৰ সন্তানটি লৈ স্বামী ব্যস্ত হৈ পৰিল। এমাহ নৌ-হওঁতেই কোলালৈ তুলি লৰলৈ হেপাহ কৰি মোক সুধিছে—

'কেতিয়া বাক লব পাৰিম?'

'কেতিয়া বাক মোক পাপা বুলি মাতিব?'

তেওঁ লৰাটোৰ নাম থৈছে 'চান'। অৰ্থাৎ সূৰ্য্য। সি বোলে তেওঁৰ পৃথিৱী পোহৰোৱা সূৰ্য্য। তেওঁ যেতিয়া এনে কথা কয় মই তেতিয়া তেওঁৰ মুখলৈ অবাক হৈ চাই ৰওঁ। নিজকে অপৰাধী অপৰাধী লাগে। তেওঁৰ প্ৰতি মই যেন অবিচাৰ কৰিছো। যিজন মানুহে নিজৰ পত্নীৰ আনৰ ঔৰসত হোৱা সন্তানক এইদৰে মৰম কৰিব পাৰে তেওঁ কিমান মহান। যেতিয়া মোৰ এই অপৰাধবোধ বেছি হল মই স্বামীক কলো—'আপোনাৰ ওচৰত মই অপৰাধী।'

'কেনেকুৱা?' চানৰ মুখলৈ চাই থাকি তেওঁ সুধিলে।

'মোৰ মন-প্ৰাণ গ্ৰাস কৰি জয় মোৰ মনত ৰহি আছে।'

'মই জানো।'

'আপুনি মোক ক্ষমা কৰিছে?'

'তুমি দোষ কৰিছা বুলিতো মই ভবা নাই। জয়ক মই লৈ আহিছিলো। জয় আনে ভাল পাব পৰা নবা। তেওঁক তুমি পায় হেৰুৱাই যথেষ্ট কষ্ট পাইছা। তাৰ বাবে মইহে তোমাৰ ওচৰত ক্ষমা খুজিব লাগে।'

কি মহান! অস্ফুট কণ্ঠৰে স্বামীক উদ্দেশ্য কৰি মই কলো। তাৰ পাচত বিস্ময়ভাবে মই তেওঁৰ মুখলৈ চাই থাকি বুজিবলৈ চেষ্টা কৰিলো তেওঁ এই কথা সচাকৈয়ে কৈছেনে? মই সুধিলো—

'আপুনি এনেকৈ কৈছে?'

'যি সত্য তাকেই কৈছো। তুমি মোক বন্ধুভাবে লব নোৱাৰা। কাৰণ মই তোমাতকৈ বহুত ডাঙৰ। ভাল পাবও নোৱাৰিলা। স্বামী বুলি ভয় ভক্তি অৰশ্যে কৰি আহিছা। তোমাৰ উকা হৃদয়ত কাৰোবাৰ ছবি বৈ যাব পাৰে। তাত তোমাৰ কি দোষ।'

তেওঁৰ কথা শুনি মোৰ কেনে যে লাগিল। মই তেওঁৰ বুকুত মুখ গুজি তেওঁৰ হৃদয়ৰ পৰশেৰে জয়ৰ ছবি আতৰাব খুজি কলো—'এবাৰ আলফুলে মোক সাৱটি ধৰকচোন। কেৱল এবাৰ আপোনাৰ মনটিৰে মোক স্পৰ্শ কৰক।'

'কিয়—কি হৈছে?'

'জয়ক পাহৰাই দিয়ক। তেওঁক মই পাহৰি যাব খোজো।'

'নোৱাৰিবা।' তেওঁ আলফুলে মোক আকোৱালি ধৰি কলে। তাৰ পাচত দীৰ্ঘ নিশ্বাস এৰি কলে—'পাহৰিব পৰা হলে চানৰ জন্মৰ আগতেই পাহৰিলাহেঁতেন।'

**১৯৮৩—২০ ফেব্ৰুৱাৰী**

এইমাত্ৰ পল্লৱে মোক কমত চাহ দি গৈছে। তেওঁ ওলাই যোৱাৰ পাছত মই হিচাব এটা কৰিলো—পল্লৱৰ বাক বয়স কিমান হব। মোৰ বিয়াৰ পাচতে তেওঁ আমাৰ ঘৰলৈ আহে। সেই সময়ত তেওঁৰ বয়স এবাৰ বাৰ মান আছিল। মোতকৈ ছয়-সাত বছৰ মানৰ সৰু হবনেকি!

ওখ, পাখ বলিষ্ঠ গাৰ গঠনৰ সুন্দৰ চেহেৰাৰ পৱনক ঘৰৰ কামকৰা লৰা হিচাবে অকণো খাপ নাখায়। দহজনে চাৰ চাৰ বুলি চেলাম দিয়া কামতহে তেওঁক শুৱাই পৰিলহেঁতেন। পৱনক দেখোন এবাৰ ভালকৈ চাবৰ ইচ্ছা হল। মই গৈ বেৰৰ বুটাম এটা টিপিলোগৈ। অলপ পাছতে পৱন আহি উপস্থিত হল। মই কলো—

'বহা পৱন।'

বিছনাৰ একাষে পৱন বহিল। আগেয়েও তেওঁ এইদৰে মোৰ কাষত কেতিয়াবা বহে। কিছু সময় মই পৱনৰ মুখলৈ চাই থাকি কলো—'পৱন, পাকঘৰৰ কামত মই মিনিক লগাবলৈ কৈছিলো নহয় তুমি কিয় লাগা ?'

'মিনি লাগেতো।'

'তেতিয়া হলে তুমি কিয় লাগাগৈ ?'

'তাই কোনো এটা কাম ভালকৈ শিকিব পৰা নাই। ভাত ৰান্ধিলে ভাতবোৰ হয় বেছিকৈ সিজে, নহয় এটা চাউল এটা ভাত হয়। ডাইল ভজাত নিমখ এসোপা দিব জিভা দেৰদেৰাই যোৱাকৈ। নহলে নিমখ নহয়েই।'

'তাই যদি তেনে কৰে অন্য মানুহ আনা।'

'নালাগে মিনিকেই শিকাই লম।'

'আন মানুহ লোৱাত সদায় তোমাৰ ইমান আপত্তি কিয় বুজি নাপাওঁ। কাৰণ কিবা থাকক নাথাকক মই তোমাক এই ৰূপত চাবলৈ ভাল নাপাওঁ। সক আছিলা যেতিয়া তেতিয়াৰ কথা বেলেগ আছিল। তোমাক মই অলপ টকা দিম। তুমি ব্যৱসায় কৰি এই সংসাৰৰ পৰা আতৰি গৈ সম্মানিত জীৱন গঢ়িবলৈ চেষ্টা কৰা। মই যিমান পাৰো যেনেকৈ পাৰো সহায় কৰিম।'

কৈহে৷ হয়। পৱনক আঁতৰাই পঠাব পাৰিমনে নোৱাৰিম কব পৰা নাই। পৱনৰ প্ৰতি মোৰ বুকুত মায়ানে, মোহনে, মৰমনে কিবা এটা আছে।

চাবি বজাৱৈকে বিছনাত পৰি থাকিলো। যোৱা নিশা বাৰে বাৰে পৰনৰ মুখখন মোৰ চকুত ভাহি উঠিছিল। এই মুখ আঁতৰাবলৈ জয়ৰ চেহেৰাটো মনলৈ আনিবলৈ চেষ্টা কৰিলো। অস্পষ্ট জয়ৰ চেহেৰাটো ঢাকি থিয় দিয়েছি পৰনৰ স্পষ্ট মূৰ্ত্তিটোৱে। পৰনৰ মুখ সদায় বিষন্ন। এইখন মুখৰ নাক চকু ওঁঠ সকলো নিখুঁত। নাকটো সকলোতকৈ সুন্দৰ।

বহুদিনৰ আগৰ নিশা এটা স্মৃতিৰ পটত ভাহি উঠিছে। নিশা জানো তেতিয়া কিমান হৈছিল! তেওঁ আহি দুৱাৰত টোকৰ দিলে। মই গৈ দুৱাৰ খুলি দিলো। তেওঁ ভিতৰ সোমাই আহিল। 'আহা' বুলি পাচলৈ চাই কাৰোবাক মতাত চাই দেখো সৰু লৰা এটা। নিজৰ লৰাটোৱে লাহেকৈ কোঠাত ভৰি দি এবাৰ মোৰ ফালে চাই তলমূৰকৈ থিয় দি বল। মই লৰাটোৰ মুখলৈ চালো। কৰুণ ভাব এটাই ধুনীয়া লৰাটোক আৰু ধুনীয়া মৰম লগা কৰি তুলিছে। গাত সাধাৰণ সাজ-পাৰ। ভৰিত পুৰণি চেন্দেল এযোৰ। চেন্দেলযোৰ যে নিজৰ নহয় দেখিলেই বুজা যায়। চেন্দেলযোৰ ভৰিতকৈ ডাঙৰ।

তেওঁ আহি বিছনাত বহি লৰাটোক কলে—'সৌটো বাথৰুম। ভালকৈ চাবোনেৰে গা-পা ধুই লোৱা'। মোক কলে—'তাক পিন্ধিবলৈ তোমাৰ চাদৰ এখন আৰু মোৰ বনিয়ন এটা দিয়া।'

লৰাটো বাথৰুমত সোমোৱাৰ লগে লগে মই তেওঁক সুধিলো—লৰাটো কোন? তেওঁ উত্তৰত জনালে লৰাজন তেওঁ থানাৰ পৰা আনিছে। কোনোবা এজনে আনি থানাত সোধাই থৈ গৈছিল। লৰাটো কোনোবা এটা চোৰ নে ডকাইত পাৰ্টিত সোমাইছিল। এই পাৰ্টিয়ে সৰু-সুৰা ডকাইতি কৰে। ডাঙৰ ডাঙৰ ঘৰত চুৰ কৰে। পাৰ্টিৰ এজনে এদিন তাক এঘৰত নিযুক্ত কৰি দিলে। কথা আছিল দুদিনৰ পাছত সিদিনা লৰাটোৱে দুৱাৰ খুলি দি সিহঁতক ভিতৰ সোমাবলৈ দিব। উদ্দেশ্য সিহঁতে সুকলমে ঘ'ত যি পাব ঘড়ী-ৰেডিঅ'-বাকচ সকলো চুৰি কৰি নিব।

হাতত সাবে ভবিত সাবে দুৱাৰ খুলি দিবলৈ আছি লৰাটো তেওঁলোকৰ শোৱাকোঠাত থমকি ৰল। গৃহিণীয়ে সৰু সৰু লৰা ছোৱালী দুটা দুকাষে লৈ নিচিন্তৱে শুই আছে। তাৰ মাকেও তাক আৰু ভনীয়েকক ঠিক এইদৰে দুকাষে লৈ শুইছিল। মাকৰ প্ৰায়েই টোপনি নাহে। কেতিয়াবা সি সাৰ পায় গম পায় মাকে তাৰ মূৰত হাত ফুৰাই দিছে। সি টোপনিত থকাৰ দৰে নিৰবে চকুমুদি পৰি ৰয়। মাকে সৰু সৰু মাতেৰে কয়—'তোক লৈ মই স্বপ্ন দেখিছিলো তই জাকত জিলিকা হবি। লেখৰ এজন হবি। সুখে-আনন্দই তোৰ সংসাৰ ভৰি থাকিব। কিন্তু তই তোৰ জীৱন গঢ়িবলৈ সুবিধা পালি ক'ত?'

প্ৰায়েই সি মাকে কন্দা গম পায়। নিশা নিশা দেউতাকৰ লগত কিবা কাজিয়া লগাও গম পায়। কিছুদিনৰ আগতেহে সি মাকে কিয় কান্দে গম পায়। নিশা গাড়ী মটৰ লৈ অহা মানুহবোৰ কোন, কিয় আহে। এই মানুহবোৰৰ পৰা তাহাঁতৰ মাতাল দেউতাকে টকা লয়। সিহঁতক দেউতাকেই লৈ আহে। ইফালে সিহঁতৰ পৰা মাকে নিজক ৰক্ষা কৰা দায়িত্ব মাকৰ। ৰক্ষা কৰিবই লাগিব। দেউতাকে মাকৰ সতীত্ব নষ্ট হোৱা সহ্য নকৰিব। কাটি ছুডোখৰ কৰিব। সৰু লৰা হলেও হৃদয়েৰে সি সত্য উপলব্ধি কৰিলে।

এইবাৰ সি ভাবিলে টকা লাগে। টকাই মাকৰ চকুপানী মোহাৰিব লাগিব। তালৈকে বহুত টকা লাগে। দেউতাকক মদ আৰু জুৱাত বহুত টকাৰ প্ৰয়োজন। পঢ়াশুনা আন কথা তাৰ মূৰত একেবাৰেই নোসোমোৱা হল। কেৱল তাৰ এটাই চিন্তা টকা ক'ত পোৱা যাব?

অলপ দিনৰ ভিতৰতে কি কি পথে টকা আহে বহু পথ দেখিলে। পথত কেনেকৈ ভৰি দিয়ে সেই চিন্তাত থাকোতেই এদিন এজন বয়সস্থ লোকে পাই তাক লৈ গৈছিল। তাক টকাৰ সপোন দেখুৱালে। সপোনতে সি তাহাঁতক ক'ত কেনেকৈ সহায় কৰিব লাগে সহায় কৰি দিছিল। কিন্তু এইবাৰ সি নোৱাৰিলে। লৰা-ছোৱালী দুটা দুকাষে লৈ শুই থকা মানুহ গৰাকী দেখি তাৰ ভাব হল, মানুহ গৰাকী নিশ্চয়

মৰমিয়াল। তেওঁক সকলো বুজাই কলে হয়তো মানুহ গৰাকীয়ে তাক আৰু তনীয়েকক চোৱাৰ দায়িত্ব লব। তেতিয়া হলে মাকে আৰু টকাৰ বাবে দেউতাকে কোৱা মতে নচলিলেও হব।

বাহিৰত পাৰ্টিৰ মানুহ। ছুৱাৰ খোলা তাৰ পলমেই হৈছে। সি ততাতৈয়াকৈ গৈ মানুহ গৰাকী জগাই দিলে আৰু সকলো বিৱৰি কৈ দিলে।

মানুহ গৰাকীয়ে বাৰে বাৰে মানা কৰিছিল যদিও মানুহজনে পুৱা আনি থানাত সোধাই গল। দিনটো লকাপত থোৱা হল। সি তাৰ পাৰ্টিৰ কাৰো কথা নকয়। হয়তো ভয় খুৱাই থৈছে। নিজৰ পৰিচয়ো নিদিয়ে। দেউতাকৰ নাম নকয়।

লৰাটোৰ বিষয়ে কৈ তেওঁ মোক কলে—'লৰাটোৰ মুখলৈ চাবাচোন কেনে পবিত্ৰ যেন মুখখন। তাৰ মুখখন দেখিলে কেনে যে লাগে! সেয়ে লৈ আহিলো।'

পাচদিনা পুৱা মই লৰাজনক সুধিলো—'কি নাম তোমাৰ?'

'মৃত্যু পৱন।' লৰাজনে উত্তৰ দিলে।

'ঘৰ ক'ত?'

ঘৰ ক'ত নকলে। তাৰ বিষয়ে সি আৰু একো কথাই নকলে। ড্ৰাইভাৰক পঠাই ছজোৰ পেণ্ট-কামিজ অনালো। চেন্দেল এযোৰো অনালো।

সেইদিনা ছপৰীয়া কোনো এখন ব্যঞ্জন ঠিক নোহোৱাত তেওঁ ভাত খাব নোৱাৰা কথা জানি সন্ধ্যা মোক সুধিলে—'বাইদেউ মই ভাত ৰান্ধোগৈনে?'

'তুমি কিয়? ভাত ৰন্ধা ঠাকুৰ আছে নহয়।'

'ইমান ভাল মাছখিনি অথনি ঠাকুৰে নষ্ট কৰি দিলে।'

'তুমি ৰান্ধিব জানা? ঘৰত তুমিয়েই ভাত ৰান্ধানেকি? মাৰ জানো নাই? নে মাৰ অসুখীয়া?'

তাৰ ঘৰৰ কথা ওলাওক বুলিয়েই মাকৰ বিষয়ে ইমানবোৰ প্ৰশ্ন

কৰিলো। কিন্তু সি মোৰ কোনো প্ৰশ্নৰ উত্তৰ নিদিলে। সেই নিশা স্বামীয়ে শলাগি শলাগি তৃপ্তিৰে খোৱা চাই থাকি পাছদিনা দুপৰীয়াও পাকঘৰত সোমালগৈ। সেই যে সোমাল আজিও ওলোৱা নাই। প্ৰথম বছৰ দুই তিনি দিন মান ঘৰলৈ বুলি গৈছিল। প্ৰথম বাৰ গৈছিল ছমাহমানৰ পাছত। ঘৰলৈ যাব বুলি জানি মই তাক টকা কেইটামান দিছিলো। সি গৈ তাৰে কিবা কিবি বজাৰ কৰি আনিছিল। মই বস্তু কেইটা চোৱাৰ মনেৰে মই নিজ হাতে বেগ এটাত বস্তুবোৰ ভৰাই দিবলৈ লওঁ। সি দিয়া নাছিল। মই জোৰ কৰি তাৰ হাতৰ পৰা টোপোলাটো লৈ দেখো এটা সৰু চোলা। আঠ-ন বছৰীয়া ছোৱালীৰ গাৰ। এখন কপাহী শাৰী। এটা ইলিচ মাছ। বিলাহী কেইটামান, সৰিয়হ কেইটামান। কেচা জলকীয়া। চাউল এক কিলো মান।

বস্তু কেইটা দেখি তাৰ ঘৰৰ ছবি এখন মনতে আঁকি মই বেগটোত তাৰ বস্তুবোৰ ভালকৈ ভৰাই দিলো। কেইদিন মানলৈ বুলি গৈ পাচদিনাই সি ঘূৰি আহিছিল। সি আহি মোক জনালেহি সি ঘৰৰ পৰা ওলোৱাৰ কেইদিন মানৰ পাচতে মাক পাগল হল। ভনীয়েকক দেউতাকে কৰবাত থলেগৈনে কাৰোবাক বেচি দিলে। বাপেকে মাটি-বাৰী বেচি কৰবালৈ উঠি গল। লগত লৈ গৈছে ওচৰৰ বাগানৰ মজদুৰ গাভৰু এজনী। এই খবৰবোৰ পৱনক চুবুৰীয়াই দিছিল।

নিৰুদ্দেশ হোৱা পৱনক বোলে মাকে চিঞৰি চিঞৰি বাটে বাটে বিচাৰি ফুৰিছিল। দুমাইল আঁতৰত থকা নদীৰ পাৰত বহি—'পৱন মোৰ মৃত্যু পৱন আহ।' আহ বুলি নিশা এপৰতো বিনাই মাতি থকা বহুতে শুনিছিল। তাৰ পাচত কেনি গল। কলৈ গল কোনেও নাজানে। নদীৰ পানীতে পৱনক বিচাৰি জাপ দিলে যদিও শটো কতো ওপঙি উঠা গম নাপায়। হয়তো হাব্বিৰ মাজেদি বৈ যোৱা নদীৰ জনহীন ঠাইত কৰবাত শটো লাগি ধৰি তাতে পচিল। গাৰ মঙহ খহি সুন্দৰ দেহটো কঙ্কাল হৈ পৰি ৰল।

বিজনাৰ পৰা নামি মই বাথৰুমত সোমাই বহু সময় পানীৰ সান্নিধ্যত

থাকিলো। মই সেই পানীত মোৰ মনত খিয় দি উঠা পৰনক উটাই থৈ অহাব চেষ্টা কৰিছিলো।

গাধোৱা ঘৰৰ পৰা ওলাই আহি গাত ও কাপোৰত গন্ধ স্প্রে কৰি ললো। ধুনীয়াকৈ প্রসাধন কৰিলো। তাৰ পাচত আগফালৰ বাৰান্দালৈ ওলাই গলো। 'লন'ৰ ওপৰত বহি সীতাই আয়াৰ লগত কি জানো কথা পাতি আছিল। মোক দেখি তাই এপাহ গোলাপ চিঙি লৈ মোৰ ওচৰলৈ লৰি আহিল। মই হাত পাতি ফুলপাহ লৈ ভিতৰ সোমাই আহিলো। খোপাত ফুলপাহ গুজি আয়নাৰ কাষত বৈ থাকি নিজৰ মনৰ গোপন কক্ষত ভুমুকি মাৰিলো। মোৰ মনৰ গোপন কক্ষৰ একাষত পৰনক দেখিলো। মোৰ অজ্ঞাতে কেতিয়া যে তেওঁ এই কক্ষলৈ আহিল !! মই উপলব্ধি কৰিলো—পৰনে মোৰ বুকুৰ মোৰ তৃষ্ণা সাগৰত ডুব সাঁতোৰ দিছে।

২২ কেব্রুৱাৰী

আজি পুৱা কেইবাটাও ডাঙৰ ডাঙৰ বৌমাছ আনি চোতালত পেলালেছি। চানৰ বাবে অর্থাৎ এটি সুপুত্রৰ জন্মৰ বতৰা জনাবলৈ ঘৰে ঘৰে বৌ-মাছ বিলাব। মাছ বিলোৱাৰ নামত সক সক টুকুৰা একোটা নিদিয়ে। প্রত্যেক ঘৰতে ভালকৈ এসাজ খাব পৰাকৈ দিব। সেয়ে তেওঁ নিজে আগত থাকি মাছ ভাগ কৰাইছে। এইফালে মই গা ধুই আহি বহীখন লৈ বহিছোহি। এতিয়া সন্ধ্য এখাৰ মান বাজিছে। আজি নিশালৈ তেওঁ কাবোবাক বোলে ভাতৰ নিমন্ত্রণ কৰিছে। কাক মাতিছে মই নাই সোধা। হয়তো কোনোবা টলষ্টয় বা কোনোবা গেলেলিউক। তেওঁৰ তালিকামতে এই দুজন বাদ পৰি আছে।

১৯৬৭—৯ ডিচেম্বৰ

পৃথিৱী প্রখ্যাত নহলেও অসম প্রখ্যাত শিমৰ বকশৰ লগত মোক আজিকালি ইয়ে সিয়ে অত্‌ তত্‌ দেখে।

বন্ধ বায়ুত বকশ চটফট কৰি উঠে। সন্ধ্যাবেলা ভিতৰত তেওঁ

সোমাই থাকিব নোৱাৰে। সেয়ে তেওঁ আৰু মই প্ৰায়েই আমাৰ নতুন ফিয়েটখনত ওলাই যাওঁ। আজিকালি মই নিজে গাড়ী ড্ৰাইভ কৰো। চহৰৰ কোলাহল এৰি আমি গৈ নিৰ্জন চাই এঠাইত মটৰৰ পৰা নামি বহোগৈ। কেতিয়াবা লগত খোৱা বস্তু আৰু ফ্লাস্কত চাহ লৈ যাওঁ। বননিত পাৰি বহিবলৈ কাপোৰ এখনো লৈ যাওঁ। মোৰ কোলাত মূৰ থৈ তেওঁ বননিত শুই পৰে। আকাশলৈ উদাস উদাস ভাবেৰে চাই ৰয়। সেই সময়ত তেওঁৰ মুখলৈ চাই মোৰ এনে লাগে এই উদাসীনতা এই শান্ত ৰূপ সকলো সাৰ শূন্য। তেওঁ যে লিখে, তেওঁ লেখক, তেওঁ বেলেগ ৰাজ্যৰ মানুহ তাকে মোক বুজাবলৈ কৰা এয়া সাৰশূন্য নাটক মাথোন। কেতিয়াবা মই দুই তিনিবাৰ মাত দিয়াৰ পাচতহে অন্যমনস্ক ভাবে মাত দিয়ে 'হু'। এই মাতটোও তেওঁ যেন আন এখন ৰাজ্যৰ পৰাহে দিয়ে।

মই আব্দাৰ কৰি তেওঁক মোৰ জীৱনটো লৈ নভেল নাটক একো লিখিবলৈ নোকোৱাত এদিন তেৱেঁই কলে—'সন্ধ্যাশিখা, তোমাক লৈ মই কিবা এটা লিখিম।'

'মোৰ জীৱনত লিখিব লগীয়া মা-মছলাতো একো নাই। মই এজনী সাধাৰণ নাৰী। গাব নাজানো। বজাব নাজানো। লিখিব নোৱাৰো। মোৰ বিদ্যাৰ দৌৰ কিমান জানায়। মোক লৈ কি লিখিবা।'

'ধৰা আজিৰ এই আবেলিটো। চোৱা, সূৰ্য্যটো ডুব দিবলৈ সমূলি ইচ্ছা কৰা নাই। পৃথিৱীক প্ৰাণ দিয়াৰ তেওঁৰ অনন্ত পিপাসা। গছক দিয়ে প্ৰাণশক্তি, পদুম সূৰ্য্যমুখীক দিয়ে ফুলাৰ শক্তি ও মধুৰ হাঁহি। তেওঁৰ তাপ লৈ উদ্ভিদ বাঢ়ে। ৰোগৰ বীজাণু মৰে। তেওঁৰ মৰমতে পৃথিৱী জীয়াই আছে। সোৱা যাবৰ সময়ত সবিতাই আকাশত ৰঙা ৰং ছটিয়াইছে শিল্পীৰ তুলিকাৰ বাবে। কবিৰ কবিতাৰ ছন্দৰ বাবে। এয়া তাৰ তলতে তুমি আৰু মই। আমাৰ আগফালে সৌ পাহাৰটো। সৌ নেপালীজনীলৈ চোৱা তাইৰ গাত কাপোৰৰ বোজা (সাজ-পোছাকৰ),

অলঙ্কাৰৰ বোজা আৰু পিঠিত তাইৰ মৰমৰ গাইজনীৰ আহাৰৰ বোজা। ঘাঁহ কাটোতে তাই বাৰু কি স্বপ্ন দেখিছিল?

মই কেনেকৈ জানিম!'

'মই কিন্তু জানো।'

'আপোনালোকে অনুমানতে কল্পনা কৰি লয়। যেই হওক এই কথাবোৰৰ উপন্যাস লিখিলে মই ক'ত থাকিম?'

'এইবোৰ কথাৰ উপন্যাস লিখিম বুলিতো কোৱা নাই। এইবোৰ ঠাইৰ এই দৃশ্যসমূহলৈ তুমি আহিছা এই কথা থাকিব। আনকি এই সৰু সৰু বেগুনীয়া বনৰীয়া ফুল কেইপাহৰ কথাও থাকিব। মোৰ লিখাত এই ফুলৰ কথা কওঁতে কম—সন্ধ্যাশিখাৰ সৌন্দৰ্য্যৰ কাষত সৰু সৰু বেগুনীয়া ফুলবোৰ ম্লান হৈ পৰিছিল।'

বৰুণৰ অকণমান ইবিধ পদাৰ্থ খোৱাৰ অভ্যাস আছে। খুৰি আছি কেতিয়াবা তেওঁৰ লগত খেৰেছি। তাৰ পাচত মই হুয়োবো প্ৰয়োজনৰ সামগ্ৰী হৈ পৰো। এনে পৰিবেশত বা এনে মুহূৰ্তত মই মোৰ স্বামীক কোনো মতেই সহ্য কৰিব নোৱাৰো। কিন্তু মোৰ মনৰ এই ক্ৰোধ মই লুকুৱাই থওঁ। মোৰ এনে লাগে—এনে আক্ৰোশ, এনে ক্ৰোধতেই বোধহয় মানুহে মানুহৰ বুকুত চুৰি ভৰাব পাৰে। মই দৃঢ় হওঁ বৰুণৰ লগত আৰু এখোজো ইফালে সিফালে নাযাওঁ। কিবা প্ৰকাৰে বৰুণক বিদায় জনাব লাগিব।

বৰুণক বিদায় জনোৱাৰ ভাব অহাৰ লগে লগে ভাব হয় স্বামীয়ে বা আকৌ কাক সংগ্ৰহ কৰি আনে। সেইজন বা কেনে হয়? তাতোকৈ এৰেঁই থাকক। আন যি কি নহওঁক বৰুণক সহ্যতো কৰিব পাৰিছো। এওঁ এজন প্ৰখ্যাত লোক। অবিবাহিত। বহুত নাৰীৰ—মানে বহু পাঠকৰ—আলোচনাৰ বিষয় এওঁ। এইবোৰ কথাই বৰুণক সহ্য কৰিবলৈ অকণ শক্তি দিয়ে। মই জানো এওঁ এদিন নিজে আতৰিব। সেইদিন কেইমাহ মানৰ পাচতে আহিব।

নিশ্চিত হবৰ বাবে এপবাকী লেডী ডাক্তৰক 'কল' কৰিছিলো।

তেওঁ কৈছিল—'শিক্ষিত সমাজত শিক্ষিতসকলেই যদি এনে কৰে; অশিক্ষিত সমাজত অশিক্ষিতা মাতৃক কেনেকৈ দোষ দিম। কেইটা সন্তান আপোনাৰ?'

'পাঁচটা।'

মই লজ্জাৰে বা দুঃখৰে উত্তৰ দিয়া নাছিলো। উত্তৰ দিছিলো ঘৃণাৰে। ভিতৰি মই স্বামীৰ প্ৰতি অদমনীয় আক্ৰোশত গুমৰি উঠিছিলো। কিন্তু বাহিৰে মোৰ কথাত বা ব্যৱহাৰত ইয়াৰ উত্তাপ ডাক্তৰ গৰাকীয়ে বুজিব পৰা নাছিল। তেওঁ অকণমান হাঁহি কলে—'বেয়া পালেনেকি? এবাৰ মাতৃ হবলৈ যোৱা মানে বোলে এবাৰ যমৰ দুৱাৰৰ পৰা অহা। নিজে মুক্ত হবলৈ নিবিচাৰে জানো?'

মন গৈছিল ডাক্তৰ গৰাকীৰ আগত মোৰ জীৱনৰ ওপৰত স্বামীয়ে কৰা অবিচাৰ অবৰ্ণনীয় অত্যাচাৰ সোপাই বৰ্ণনা কৰি দিওঁ। কিন্তু মই মোৰ সন্মানৰ এই আহল বহল জীৱনত মুখ খুলি মনৰ কথা কব নোৱাৰো। মোৰ স্বামীৰ ওখ শিৰ তল কৰাৰ মোৰ বাসনাও নাই। মোৰ কৰ্ত্তব্যও নহয়। মই মোক প্ৰকাশ কৰি দিলেই স্বামীও প্ৰকাশ হৈ পৰিব। তেওঁৰ মান সন্মান গৌৰবেইতো মোৰো মান সন্মান। মোৰো গৌৰব। মোৰতো নিজস্ব একো নাই।

১৯৬৯—২০ আগষ্ট

ইতিমধ্যে বকণৰ আহৃ যা বা মোৰ লগত থকা নিবিড় সমন্ধ বন্ধ হৈ গল। তেওঁৰ পাঁচদিন বয়সৰ পুত্ৰ সন্তানটিয়ে মোৰ বুকুৰ খাই বুকুত মূৰ থৈ নিচিন্তৰে শুই পৰিছে। তাৰ বগা সৰু মুখখনলৈ চাই থাকি স্বামীয়ে মোক সোধাৰ দৰে নিজকে প্ৰশ্ন কৰিলে—'ই বাৰু কি হব? নাট্যকাৰ? ঔপন্যাসিক নে কবি?' মই কলো—'নাট্যকাৰ হোৱাই ভাল হব। সমাজৰ ছবিবোৰ বুটলি নি মৈঞ্চত ডাঙি ধৰিবগৈ। সমাজে সেই ছবি টকা ভৰি চাব। সমাজৰ বিশেষ ব্যক্তিহঁতৰ (সৎ বা অসৎ) কথাকে নি মৈঞ্চত 'ডাইলগ' গাবগৈ। বিশেষ ব্যক্তিহঁতে বিশেষ চকীত বহি শুনিবগৈ।'

অলপ বৈ মই আকৌ কলো—'আপুনিতো আপোনাৰ পুত্ৰ-কন্যাবোৰ

বিশেষ বিশেষ একোটিইঁত বস্তু বুলি গৌৰৱ কৰিব। মই কিন্তু সেইবোৰ একো আশা নকৰো। মই মাথোন আশাকৰো তাইঁাত নৃত্য শিল্পী হলেও যাতে বাটত খোজ দিওঁতে তালে তালে খোজ দিয়াৰ চেষ্টা নকৰে। প্ৰখ্যাত গায়ক গায়িকা হলেও যাতে কথাত সুৰ দিবলৈ নিবিচাৰে। ডাক্তৰ ইঞ্জিনীয়াৰ উকীল কিবা হলেও যাতে সবাইঁতে গৰমৰ দিনতো সময়ে অসময়ে ডিঙিত টাইদাল ওলোমাই ৰথাৰ কথা নাভাবে। যদি দেশ সেৱক কংগ্ৰেছ নেতাও হয়, খদ্দৰ কাপোৰ সাজ দেশ সেৱকৰ প্ৰতীক বুলি যাতে সাজযোৰত গুৰুত্ব নিদিয়ে। প্ৰখ্যাত লেখক লেখিকা হলেও কথাত যাতে সাহিত্যৰ বেপ দিবলৈ চেষ্টা নকৰে।

২৫ আগষ্ট

আজিৰ বিশেষ খবৰ হল আজি মলয়ৰ পৰা এখন সুন্দৰ চিঠি পাইছো। তাই মোক মোৰ ফটো এখন খুজিছে সেইখন বোলে তাই তাইৰ পঢ়া টেবুলত থব।

মলয় অস্বাভাবিক। তাইৰ পতি বোলে কৃষ্ণ। তাইৰ পাঁচ বছৰ বয়সত তাইঁাতক লৈ মই বিয়া এখনলৈ গৈছিলো। কইনাই কন্দা দেখি তাই মোক সুধিছিল—

'মা কিয় কান্দিছে ?'

'তেওঁক আজি দৰাই লৈ যাব। সেই কাৰণে কান্দিছে।'

'কিয় লৈ যাব ? দৰা কি ?'

'ছোৱালী হলে বিয়া দিয়ে। যিটো লৰাক ছোৱালীজনী দি দিয়ে তেওঁকে দৰা বুলি কয়।'

পাচদিনা পুৱা। তাই মোৰ কোঠাৰ কৃষ্ণৰ ছবিখনলৈ বহুত সময় চাই থাকি মোক সুধিলে—

'মা এওঁৰ নাম কৃষ্ণ ?'

'ও। তেওঁৰ বহুত নাম। তাৰে এটা হল কৃষ্ণ।'

'এওঁ খুব ভাল মা। চোৱা অনবৰতে এওঁ হাঁহি থাকে। মোৰ বিয়া এওঁৰ লগত হব।'

সৰু ছোৱালীজনীৰ গভীৰ মাতে মোৰ মনটো গধুৰ কৰি দিলে। হঠাতে কেনে যে লাগিল! ভাল লাগিলনে বেয়া লাগিল সেইকথা উপলব্ধি কৰিব নোৱাৰিলো। কিন্তু এই কথাই অজান কি এক ইঙ্গিত যে দিলে সেই কথা বুজিব পাৰো।

চাৰি বছৰ বয়সৰ পৰা তাই মীৰা ভজনো দৰদী কণ্ঠেৰে গাই আহিছে। তাতে কৈছে তাইৰ বিয়া হব কৃষ্ণৰ লগত। এয়া কিহৰ ইঙ্গিত—? ভবিষ্যতৰ যুৱতী মলয়জনী মোৰ চকুত ভাহি উঠিল। মলয়াৰ দেহ-মন দুয়োটি দেৱতাৰ পূজাৰ নৈবেদ্য এপাহ ফুল হৈ ৰব।

সৰু ছোৱালীজনীৰ অপূৰ্ব কণ্ঠটিত মই বিস্ময় মানি তাইক সঙ্গীত শিক্ষা দিয়া অৰ্থাৎ গান শিকোৱাৰ ব্যৱস্থা কৰিছিলো। প্ৰথম দিনাই গানৰ মাষ্টৰ যোৱাৰ পাচত তাই দৃঢ় স্বৰে মোক জনালে—'মা মই সা-ৰে-গা-মা চিঞৰিব নোৱাৰো।'

'সদায়তো এইবোৰ চিঞৰিব নালাগে। তুমি গান গাবা। তোমাৰ কণ্ঠটি অপূৰ্ব। ফাংচনত ৰেডিঅ' ৰেকৰ্ডত গাব পাৰিবা।'

'নালাগে মা। মই কেৱল কৃষ্ণৰ বাবে গাম। মোৰ গান আৰু কোনেও শুনিব নালাগে।'

মই তাইৰ কথাত স্তব্ধ হৈ বৈ গলো। তাইৰ কেইবছৰ হৈছে আঙুলিত লেখি চালো। এই এখুদখান ছোৱালীজনীৰ মনৰ গভীৰতা মাতৰ দৃঢ়তাত মই অবাক হৈ তাইৰ মুখলৈ চাই ৰলো।

মলয়ৰ তিনিবছৰ বয়সৰ কথা। মোৰ কোঠাত থকা মীৰাবাঈৰ ছবিখন দেখুৱাই সুধিছিল—

'এয়া কোন?'

'মীৰাবাঈ।'

'মীৰাবাঈ কোন?'

'ধুনীয়া ছোৱালী এজনী। তাই সৰুৰে পৰা কৃষ্ণক ভাল পাইছিল। পাবলৈ বিচাৰিছিল।'

'কৃষ্ণ কোন?'

'কৃষ্ণ ঈশ্বৰ।'

'ঈশ্বৰ কি?'

তাই এইবাৰ মোক বিপদত পেলালে। ঈশ্বৰ কি সঠিকভাবে মই নিজে জানোনে নাজানো। সহজভাবে উত্তৰ দিব নোৱাৰি কোঠাত কৃষ্ণৰ ছবিখন দেখুৱাই কলো—'ঈশ্বৰ সৌজন তেওঁৰ নাম কৃষ্ণ।'

'মা মই কৃষ্ণক মাতিম। আহিবনে?'

'আহিব।'

'কেনেকৈ মাতিম।'

'মৌবাবাঈৰ দৰে। হৃদয়ৰ উপলব্ধিৰে। সুৰৰে।'

মই আপোন মনে এইবোৰ কৈছিলো। তিনি বছৰীয়া শিশু এটিয়ে এনেকৈ কোৱা কথা বুজিব বুলি কোনোবাই ভাবিব পাৰিবনে। মোৰ কথা শুনি তাই কৃষ্ণৰ ছবিখনলৈ চাই ধুনীয়াকৈ হাঁহিলে। হাঁহি কৃষ্ণক কলে—

'তুমি আহিবা।'

এই আৰম্ভ। তাই কৃষ্ণক লৈ কিন্তু ব্যস্ত হৈ পৰিল পাঁচ বছৰ বয়সত। মোক কৈ কৃষ্ণৰ ছবিখন লৈছে। সৰু বিছনা এখনো লৈছে। গাৰু তুলি বিছনাচাদৰ সকলো লৈছে। তাই শুবলৈ যাওঁতে কৃষ্ণক এই বিছনাত শুৱাই থৈ যায়। পুৱা উঠিয়েই কৃষ্ণৰ ওচৰলৈ লৰি আহে। ছবিখন থিয় কৰি থৈ কয়—'কৃষ্ণ মই উঠিলো তুমিও উঠা। তুমি এদিনো নিজে মুঠা। সদায় মই উঠাই দিব লাগে।' খোৱা বস্তুও তাই তাইৰ ভাগৰ পৰা কৃষ্ণক খুৱাবলৈ লৈ আহে।

তাইৰ এই খেল দেখি মোৰ ভাব হল মই ধন্য হৈ গৈছো। বাধাই মোৰ গৰ্ভত ঠাই লৈছিল। এইদৰে হলে নিশ্চয় তাই কৃষ্ণক পাব। স্বামীয়ে নজনাকৈ মই তাই কৃষ্ণক বিচৰা কাৰ্য্যত সহায় কৰি দিলো।

ধুনীয়া কৃষ্ণমূৰ্ত্তি এটা অনাৰ কথা মই আয়াক কলো। তাই বৃন্দাবন মথুৰাৰ কালে যোৱা কাবোবাৰ হতুৱাই এটা হাতী দাঁতৰ কৃষ্ণ-মূৰ্ত্তি অনালে। মূৰ্ত্তিটো ক'ত জানো কিনিছিল তাত লৈছিল আঠ শ।

মোৰ পৰা ললে এক হাজাৰ। মই তাইৰ এই মূৰ্ত্তিটো কোঠা এটাত ৰখাৰ ব্যৱস্থা কৰিলো। নিশা লাইটৰ পোহৰতকৈ মিঠাতেলৰ চাকিৰ পোহৰহে ভাল পায় বুলি পুৱা গধূলি কৃষ্ণৰ সমুখত চাকি জলোৱাৰ ব্যৱস্থা কৰিলো। ফুল ভাল পায় বুলি ফুল দিয়াৰ, ধূপ ধুনা দিয়াৰ ব্যৱস্থাও কৰিলো। আয়াই চাকি জলাই দিয়ে মলয়াই এপাহ এপাহকৈ ফুলবোৰ কৃষ্ণক দিয়ে আৰু কয়—

'ফুলবোৰৰে তুমি কি কৰা?'

জাৰৰ দিনত তাই কৃষ্ণক শুৱাই গাত কাপোৰ দি আহে। আহিবৰ সময়ত কয়—'তুমি শুই থাকা। ময়ো শুবলৈ যাওঁ। গুড্ নাইট।'

মলয়াৰ, মোৰ আৰু আয়াৰ এই খেলৰ খবৰ তেওঁ নাপায়। মইতো মলয়ৰ লগত লাগি নাথাকো। প্ৰায় সময় তাই তাইৰ কৃষ্ণৰ লগত অকলে থাকে। দুপৰীয়া প্ৰায়েই কৃষ্ণক কাষত লৈ কৃষ্ণৰ বিছনাতে শোৱে। আয়াৰো অফুৰন্ত সময়। তাই কুৰুচা লৈ লেচ গুঠি বন্ধ দুৱাৰৰ এইপাৰে বহি থাকে। মাজে মাজে মাথোন ভিতৰলৈ চায়।

মই এদিন মলয়ৰ আয়াক কলো তাই কাৰোবাক যাতে খবৰ কৰি আনে যি তাইৰ কাষে কাষে থাকি মীৰা ভজন শিকাব পাৰে। তাই যাতে গম নাপায় তাইক মীৰা ভজন শিকোৱা হৈছে বুলি।

মই আয়াক এই কথাও কলো নতুন আয়া আহিলেও তেওঁৰ কাম নাযায়। নতুন আয়া কৃষ্ণাই মলয়ক ভজন গাই শুনায় আৰু তাৰ অৰ্থ তাইক বুজাই দিয়ে।

এদিন মলয়ে তেওঁক কলে—'পাপা মই আকাশৰ কৃষ্ণক মাটিলৈ নমাই আনিম।'

'কেনেকৈ?' তেওঁ তাইক প্ৰশ্ন কৰিলে।

'পাপা মই জানো সুন্দৰ নহয়। কৃষ্ণই সুন্দৰক ভাল পায়। ভাল ফুল, ভাল সুৰ। ভাল মানুহ। মই ভাল আৰু মই ভাল ভজন গাই তেওঁক নমাই আনিম।'

কথাবাৰ কৈ তাই অন্যমনস্ক হৈ পৰিল। তাই যেন আমাক হঠাৎ

নেদেখা হল। আমাৰ ঠাইত দেখিলে এক অপূৰ্ব্ব জ্যোতি। যি জ্যোতি দেখি তাই জিলিকি উঠিল। তাই গাই গল—

তুমহাৰি কাৰণে সব সুখ ছোড়ী,

তব মুহ ক্যা তব সাবো···

মলয়ৰ দৃঢ় স্বৰ দৰদী কণ্ঠৰ ভজন শুনি তেওঁ অবাক। বহি থকাতে তেওঁ যেন ক্ৰমাৎ পাথৰলৈ ৰূপান্তৰিত হল। মলয়ৰ ভজন শেষ হোৱাৰ পাচত মলয়ক বাহিৰলৈ পঠাই দি মোক কলে—

'তাইক এইদৰে দৰদ ঢালি ভজন গাবলৈ কোনে শিকাইছে?'

'ভজন শিকাইছে কৃষ্ণাই। শিকোৱা মানে কৃষ্ণাই ভজন গাই থাকে, তাই শুনি শুনি শিকিছে। দৰদ ঢালিছে তাই নিজে। দৰদ ঢালিবলৈতো শিকাব নোৱাৰি।'

সেইদিনাই কৃষ্ণাৰ চাকৰী গল। মই সুধিলো—'কৃষ্ণাৰ চাকৰী কি দোষত গল?'

'এখুদমান ছোৱালীজনীৰ মুৰটো খোৱা দোষত। তাইৰ মুৰত কৃষ্ণক পোৱাৰ বাসনাৰ পোকটো স্তুমাই দিয়াৰ পৰিণতি খুব সুখকৰ নহবও পাৰে।'

পাচদিনাই তেওঁ এজন সঙ্গীত শিক্ষক আনি ঘৰত থিয় কৰি মোক কলে—'মলয়ৰ কণ্ঠ বিস্ময়। তাই দৰদ ঢালি গানকে গাওক।'

পাচদিনা মলয়ে তেওঁক দৃঢ় স্বৰেৰে কলে—'পাপা মই গান নাগাওঁ। মই কিয় গান গাব লাগে?'

'মানুহে শুনিব। তুমি খুব ভাল পোৱা বুলি তোমাক ভাল পাব।'

'মোক কোনেও ভাল পাব নালাগে। তুমি ভাল পোৱা কৃষ্ণই ভাল পায়। সীতাবা-মায়ে ভাল পায়। কালি কৃষ্ণই মোক কৈছিল—'কৃষ্ণাদি গুচি গল—তুমি কিন্তু মোক আগৰদৰেই ভজন গাই শুনাব লাগিব।'

'কৃষ্ণই মানুহৰ লগত কথা প্যাতিবলৈ নাহে।' তেওঁ কলে।

'মানুহেহে তেওঁৰ লগত কথা নাপাতে। তুমিও মাৰ লগতহে কথা পাতি ভালপোৱা। মায়েও তোমাৰ লগত আন মানুহৰ লগত কথাপাতি

ভাল পায়। মই কিন্তু কৃষ্ণৰ লগতহে কথা পাতি ভাল পাওঁ। তেওঁ মোৰ ওচৰলৈ আহে।'

'কৃষ্ণ দেখিবলৈ কেনেকুৱা?' তেওঁ সুধিলে।

'কৃষ্ণই হাঁহি থাকে। ভবিতুটা বঙা।' অপলক নেত্রে সমুখলৈ চাই থাকি মলয়ে কলে।

এসপ্তাহৰ ভিতৰত মলয়ক তেওঁ ঘৰৰ পৰা আঁতৰাই হোষ্টেলত থৈ কনভেণ্টত পঢ়ুৱাৰ ব্যৱস্থা কৰিলে। নতুন পৰিবেশত মলয়ে কৃষ্ণক পাহৰিব। তেওঁৰ এই আশা।

কৃষ্ণ প্রেমৰ বীজ মনৰ গোপন ভেটিত লৈ তাই এই ঘৰ এৰিছিল। সময়ত এই বীজৰ বৃক্ষ হল। তাইৰ সুন্দৰ ৰূপ যৌৱন কৃষ্ণক উচৰ্গা কৰাৰ ব্রত লৈ আজিও তাই গায়—

মেৰে ত গিৰিধাৰী গোপালা

দুসৰা ন কোই

যাকে শিৰ মোৰ মুকুট

মেৰে পতি সোই…

তাই তাইৰ বহী এখনত লিখি ৰাখিছে—মই যদি মোৰ সৰ্ব্বমন জীৱন উচৰ্গা কৰি তেওঁক বিচাৰি, বিচাৰি নাপাওঁ তেন্তে মই বুজিম হিন্দুৰ ধৰ্ম্ম-শাস্ত্র গীতা ভাগৱত সকলো মিছা। কৃষ্ণ নামটি ৰূপকথাৰ এটি সুদৰ্শন দুষ্ট কোঁৱৰৰ নাম মাথোন।

১৯৭১—১ এপ্রিল

বহীখন হাতত লৈ কন্তেকো নৰহা দুবছৰেই হল। বিশেষ বিশেষ খবৰবোৰ চমুৱাই লিখি ৰাওঁ। এটি বিশেষ খবৰ হল পৰনৰ লগত মোৰ বিশেষ সম্পৰ্ক গঢ়ি উঠিছে। মই খাৰীক এই কথা কৈ কৈছিলো— 'মদপী মানুহে বোলে মদ নাপালে চট্‌ফট্‌ কৰে। মদ তাহাঁতৰ প্রয়োজন মনৰ বাবেও দেহৰ বাবেও। অৱশেষত মোৰো লেৰে হল। এই ক্ষেত্রত আপোনাৰ অৱদানেই বেচি। 'মোৰ' জীৱনত এওঁলোক হল একোপিলাচ বিলাতী মদ।'

মোৰ ইতিহাস ইতিমধ্যে সীতাই গম পাইছে যেন লাগিছে। আজি কালি মাজে মাজে তাইৰ উজ্জ্বল চকুযোৰ মোৰ মুখত থমকি ৰয়। তাই যেন মোক কব খোজে—যা মই সকলো গম পাইছো।

মই বেয়া পাওঁ বুলি জানিও তাই পুৱা-গধূলি পৈ পৰনৰ লগত পাকঘৰৰ কামত লাগেগৈ। পাকঘৰত লাগেগৈ মানে পাকঘৰত তাইঁাত দুটাই বহি কথা পাতি থাকে মিনিয়ে বস্তা বঢ়াত লাগে। পৰনে মাথোন তাইক ইটো-সিটো দেখুৱাই দিয়ে।

মই সীতাৰ মনৰ কোনো খবৰেই নাপাওঁ। পৰনৰ লগত তাইৰ ইমান কি কথা থাকিব পাৰে। তাইক পৰনৰ পৰা আতৰিবলৈকে মই তাইক সঙ্গীতৰ কিবা এটা বাদ্য যন্ত্ৰ শিকাৰ কথা কৈছিলো। মোৰ কথাত তাই হাঁহি দিলে। মই যেন তাইক হাঁহি উঠা কথাহে কৈছিলো। সীতাৰনো বয়স কিমান গণনা কৰি চালো। পোন্ধৰ বছৰ। ৰূপে তৰ্‌তৰ্ কৰা তাইৰ শৰীৰটি দেখিলে শিলে শিলে ঠেকা খাই উজ্জ্বল গাভৰু নদীয়ে আকাশ বতাহত ছন্দ সিঁচি গীত গোৱাৰ কথা মনলৈ আহে। তাইক সাৱটি ধৰি গালে কপালে চুমা খাবৰ মন যায়। কিন্তু তাইঁাতক সক কালতে মই তেনে কৰা নাই। মই সীমাৰ মাজত। তাইঁাতেও নিয়মৰ ঘড়ী হৈ ভাঙৰ হৈছে। তাইঁাতক চিঞৰি কথা কোৱা, চিঞৰি হঁহাতো তেওঁৰ বাধা। অকাৰণত আগফালে পৈ থিয় হৈ থকাও মানা। এঠাইৰ পৰা এঠাইলৈ ( ঘৰৰ ভিতৰত ) যিমানেই খৰখেদা হওক লাগিলে দৌৰি যোৱাও মানা।

সীতাহঁত সকলোকে তেওঁ হোটেলত খৰ খুজিছিল। তাইঁাতে যাতে আমাক সহজ ভাবে লোৱাত খেলি মেলি নালাগে তেওঁৰ এই চিন্তা। মইহে ইহঁতক আতৰাই খৰ নোৱাৰিলো। এই প্ৰকাণ্ড ঘৰটোৰ নিৰৱতালৈ মোৰ বৰ ভয়। অৱশ্যে এতিয়াও ঘৰত হাই-উৰুমি একো নহয়। তথাপিতো মই জানো প্ৰত্যেকটো কোঠাতে প্ৰাণী আছে। কোঠাটোৰ বায়ুত তাইঁাতৰ নিশ্বাস পৰিছে।

১৯৭১—৭ নবেম্বৰ

আজি মলয় আহিছে। তাই দীঘলীয়াকৈ কিছুদিন থাকিব। আজি সন্ধ্যা তাই তাইৰ কোঠাৰ পৰা ওলাই অহাৰ পাচত তাইৰ মুখলৈ চাওঁতে এনে লাগিছিল তাই যেন পৱিত্ৰতাৰ প্ৰতীক এপাহ নিয়ৰত তিতি থকা তগৰ ফুল।

কৃষ্ণ প্ৰেমত পাষাণ হৈ যোৱা মলয়ৰ এই দিশটো স্বামীৰ ওচৰত বৰ সাৱধানে লুকুৱাই ৰাখিছো। মলয়ৰ ওপৰত তেওঁৰ প্ৰাণটো। তাই অস্বাভাৱিক বুলি জানিলে তেওঁ প্ৰয়োজন হলে চিকিৎসাৰ বাবে তাইক লৈ পৃথিৱী ঘূৰিব। লণ্ডন আমেৰিকালৈ লৰিব। জগন্নাথ, হৰিদ্বাৰ, মায়ং, কামাখ্যালৈও লৰিব।

নিজকে মই অস্ফুট কণ্ঠেৰে কওঁ—পুৰুষ নামৰ পতঙ্গটিৰ পৰা মই মাথোন বিহকে সংগ্ৰহ কৰিলো। মোৰ দেহত মোৰ অধিকাৰ নাই। অধিকাৰ স্বামীৰ।

মলয়ক উদ্দেশ্য কৰি অস্ফুট কণ্ঠেৰে মই মনতে কওঁ—তোৰ ৰূপ যৌৱনে তৰ্‌তৰ্‌ কৰা তোৰ এই দেহটি তোৰ স্বত্বতে থাকক। ইয়াৰ অধিকাৰী কৰি কাৰো হাতত তোক সমৰ্পণ নকৰো। তই তোৰ কৃষ্ণক লৈয়েই থাক।

তাইৰ মনটো বুজিবৰ বাবে আজি মই তাইক কৈছিলো—'মলয় তইত সুয়োজনীৰে মই বিয়া ঠিক কৰিছো। লৰা সকলো ফালেই উপযুক্ত।'

তাই মোৰ মুখলৈ চাই লগে লগে কলে—'সীতাবা দয়ত হলে তেওঁক দিব পাৰা। মোৰ বিয়াৰ কথা কোনো দিন নাভাবিবা'। উত্তাপহীন শীতল কণ্ঠ তাইৰ।

মই ইয়াকেই বিচাৰিছিলো। মই সাম্ৰাজ্য জয় কৰাৰ আনন্দ পালো।

মোৰ ভাব হৈছে সীতাই মলয়াক মোৰ বিষয়ে কিবা কৈছে। তাই হয়তো কৈছে মা এনেকুৱা। মা তেনেকুৱা। মাক মোৰ অসহ্য লাগিছে।

১৯৭৩—২ মে

আজি সীতা কলেজৰ পৰা আহোতে তাইৰ লগত লৰা এজন আহিছিল। তাই মোক জনালেহি কোনোবা এজন আহিছে মই মাত দিবগৈ লাগে।

মই উঠি গৈ বাথৰুমত সোমালোগৈ। গা ধুই বাথৰুমৰ পৰা সজীৱ ভাবে ওলাই আহিলো। প্ৰসাধন শেষ কৰি গাত ও কাপোৰত সুগন্ধি আতৰ লৈ মই বাহিৰলৈ ওলাই গলো।

দুৱাৰ খুলি মই ড্ৰইং ৰুমত সোমোৱাৰ লগে লগে সীতাই লৰাজনক কলে—'সত্যদা এয়া মোৰ মা।' 'মোৰ নাম সত্যব্ৰত নমস্কাৰ।' বহাৰ পৰা উঠি লৰাজনে নমস্কাৰ জনাই অপলক নেত্ৰে ক্ষন্তেক মোৰ মুখলৈ চাই ৰল। তাৰ পাচত তেওঁৰ চকু মোৰ গোটেই দেহতে ঘূৰাই আকৌ মুখত থমকি ৰল। মই সীতালৈ মন কৰিলো। তাই সত্যব্ৰতলৈ চাই আছে। মুখত তাইৰ বিতুষ্ট ভাব। মই সত্যব্ৰতক বহিবলৈ কৈ সীতাৰ কাষত চোফাত বহিলোগৈ। সত্যব্ৰতে কলে—

'সীতাই মোক মাত্তি আনিছে। আপোনালোকৰ ঘৰত বোলে কোঠা এটাত পূৰ্ব্বপুৰুষসকলৰ ডাঙৰ ডাঙৰ অয়েল পেইন্টিং আছে। তাতে বোলে এইবাৰ ময়ো দুখন ছবি আঁকি দিব লাগিব। এখন আপোনালোকৰ। আনখন তেওঁৰ।'

'তুমি তেন্তে শিল্পী! বেচ ভাল কথা। চাহ তাহ খাই লোৱা কোঠাটো চাবা। সীতাইতো এইটো কামৰ কাম কৰিছে। ইমান দিনে মোৰ মনলৈ এই কথা অহাই নাছিল।'

'মইতো তেনেকৈ ভাল আঁকিব নাজানো। মোক শিল্পী বুলিও কব নোৱাৰি।' সীতাই তেওঁৰ কথাৰ প্ৰতিবাদ কৰি কলে—

'নহয় মা। মিছাকৈ কৈছে। এওঁৰ আৰ্টবোৰ কি জীৱন্ত। মানুহবোৰে যেন এই মাতিব। এই কথা কব। যেন সুখৰ দুখৰ কথা কৈ আছে। যেন কিবা ভাবি আছে। এনে লাগে। নিয়ৰত তিতি থকা গোলাপ কেইপাহমান আঁকি থৈছে, এখন দিনা এই তিতন

সোমাই যাওঁতে মই নিয়ৰৰ টোপাল কেইটা মোহাৰি চাইছিলো পানীৰ টোপাল পৰি আছেনেকি বুলি।'

সীতাই কথাকে থকাৰ মাজতে তেওঁ মোক সুধিলে মই কি চেণ্ট ব্যৱহাৰ কৰো। মই নামটো কোৱাত কলে—'কি নাম কলে?' 'ইণ্টিমেট্' বুলি কৈ মই ভিতৰ সোমাই গলো। চেণ্টৰ বটলটো আনি তেওঁৰ কাপোৰত ছটিয়াই দিলো। বটলটো হাতত লৈ মই আকৌ কোঠাৰ পৰা ওলাই আহিলো। বটলটো থৈ ঘূৰি আহি ড্ৰইংৰুমত সোমাৰ খুজি সীতাৰ কথা এষাৰ শুনি থমকি ৰলো। সীতাই কৈছে—

'আপুনি মাৰ মুখলৈ তেনেকৈ কিয় চাইছিল?'

'কেনেকৈ?'

'ভোলগৈ।'

'তেন্তে মাৰলৈ বুলি চোৱা নাছিলো। চাইছিলো জীৱন্ত এটি সৌন্দৰ্য্যলৈ। তোমাৰ মা তোমাতকৈ ধুনীয়া।'

'আমাৰ বয়সত মা আৰু ধুনীয়া আছিল।'

'মাৰক তোমাৰ মা যেন নালাগে। বাইদেউ যেনহে লাগে।'

'মা মোতকৈ বিশ বছৰৰ ডাঙৰ।'

মই লাহেকৈ সেই ঠাইৰ পৰা আতৰি আহিলো। শয়ন কক্ষত সোমাই কিছুসময় আয়নাৰ সমুখত থিয় হৈ থাকিলো। তাৰ পাচত আহি সীতাৰ ওচৰত বহিলোহি। তেতিয়াও মিনিৰ চাহ প্ৰস্তুত নোহোৱাত মই সীতাক কলো—'সীতুমা মিনিয়ে দেখোন দেৰি কৰিছে। চোৱাগৈচোন।'

সীতাৰ যে উঠি যাবৰ মনবোৱা নাছিল এই কথা তাই উঠি যোৱা ভঙ্গিতেই মই বুজিলো। তাই ভাবিছিল তাইৰ অনুপস্থিতিত সত্যব্ৰতে আকৌ মোৰ মুখলৈ বিভোৰ হৈ চাব।

সীতাৰ ভয় অমূলক হল। সত্যব্ৰতে আনমনা হৈ সমুখৰ টেবুলৰ খবৰ বেৰিবে তোলা নতুন ফুলডাল চাই ৰল। আনমনা হৈ থকা সত্যব্ৰতলৈ চাই থাকি ভাবিলো সীতাই নিশ্চয় এতিয়া মনত ৰব দিয়া

সোৱা সকলৰ মাজত সোমাই পৰিছে। লৰাটোৰ প্ৰকৃতি নিশ্চয় গম্ভীৰ হব। আন্তৰিকতাৰে মৰম কৰিব পৰা যাব। মই সুধিলো—

'তোমাৰ ঘৰ ইয়াতনে?'

'ইয়াত নহয়। তাড়াঘৰত আছো।'

'কলেজত সোমাইছা?'

'কলেজত—মানে লাইব্ৰেৰীয়ান পদতহে।'

'তুমি এম-এ নহয় জানো?'

'নহয়। প্ৰাইভেটকৈ দিম বুলি ভাবিছো।'

'দেউতাৰে ।' মোৰ কথা সমাপ্ত নৌ-হওঁতেই তেওঁ কলে—

'দেউতা নাই।'

'ঘৰত কোন কোন আছে?'

'মাৰ বাদে কোনো নাই।'

'মাৰ তোমাৰ লগতে আছে?'

'নাই। মা গাৱঁৰ ঘৰত আছে। মাক লৈ আহিব খুজিছিলো মা নাহে। মায়ে কয়—এই বয়সত দেউতাক এৰি অৰ্থাৎ শেষ সময়ত দেউতাক এৰি আৰু মা আতৰি নাথাকে।'

'দেউতাৰ নাই বুলি যে কলা?'

'দেউতাৰ মৃতদেহ আমাৰ পাচফালে থকা নদীৰ পাৰত আমাৰ মাটিতে সংকাৰ কৰা হৈছিল। তাকেই অৰ্থকৰি কথাষাৰ কয়।'

কথাষাৰ শুনি কিছু সময় মই স্তব্ধ হৈ বৈ গলো। এওঁলোক বৰ সুখী দম্পতি আছিল। এজন আনজনৰ মৰমতে মৰি যাব পৰা স্বামী-স্ত্ৰী। মোৰ অজ্ঞাতে দীৰ্ঘ নিশ্বাস পৰিল। সত্যব্ৰতক পাচদিনা আকৌ আহিবলৈ কৈ 'সাঁতুও দেখোন ভিতৰত লাগি থকিল।' বুলি ভিতৰ সোমাই আহিলো।

১৯৭০–৪ মে

মিখিয়ে আহি মোক জনালেহি শীতাম লগত সিদিনা অহা মানুহজন আহিছে বুলি। মই কলো—'ইয়ালৈকে লৈ আহা।'

মই তেওঁক প্ৰথম কথাটি কলো—'ইমান দিন অহা নাছিলা কিয় ?'

'মই তিনিদিনৰ আগতে আহিছিলো।' তেওঁ কথাবাৰ কৈ লাহেকৈ জনালে—তেওঁ বোলে মোক আঁকিছে। মই সুধিলো—'মোৰ ফটো চাই আঁকিছানে কি ? মোৰ ফটো তোমাক বোধহয় সীতাই দিলে।'

মোৰ মুখলৈ চাই থাকি তেওঁ অকণমান হাঁহিলে। তাৰ পাচত কলে—'আপোনাৰ ফটো মোক কোনেও দিয়া নাই। সিদিনাই মই আপোনাক চকুত লৈ গৈছিলো। মই আপোনাৰ মুখলৈ প্ৰথম সাক্ষাততে তেনেকৈ চোৱাত আপুনি হয়তো ভাবিছিল—কি অশিক্ষিত লৰা। কেনেকৈ চাইছে !!

ছুবছৰীয়া নীনাই বাহিৰৰ বাৰান্দাত চিঞৰি কন্দাত খন্তেকলৈ মই অন্যমনস্ক হৈ পৰিছিলো। তাৰ পাচত চকু-যুৰাই সত্যব্ৰতলৈ চাই দেখো তেওঁ মোৰ মুখলৈ চাই আছে। মোৰ মনটো হঠাতে পুলকিত হৈ পৰিল। মই এজন শিল্পীৰ তুলিকাত ৰূপ পাম। মোৰ মুখত হাঁহিৰ ৰোল সানিবনে বাক করুণ ভাব ফুটাই তুলিব।. মই সুধিলো—

'তোমাৰ লগত মোৰ প্ৰথম পৰিচয় হোৱা ক্ষণৰ মোক আঁকিবা তেন্তে ?'

'নহয়'

'তেন্তে ?'

'সেমেকা বতৰ। নিৰৱ সন্ধ্যা আপোনাৰ মুখত যি বিষণ্ণতা ফুটি উঠে তাকেই ফুটাই তুলিম।'

'মোৰ মুখত কেতিয়া কেনে ভাব ফুটি উঠে তুমি কেনেকৈ জানিলা ?'

'এনে বতৰত নিসঙ্গী হৃদয়ৰ লোকৰ মুখ কেনে হব পাৰে অনুমান হয়। বতৰ, আন্ধাৰ, পোহৰ, শীত, তাপ প্ৰত্যেকেই মানুহৰ মনত বিভিন্ন মনৰ ক্ৰিয়া কৰে।'

১৯৭৪—২ ফেব্ৰুৱাৰী

অইংকমত বহি সত্যব্ৰত আৰু সীতাই কথা পাতি আছিল। মই মাজতে গৈ তেওঁ আঁকা কিমান দুৰ আগবাঢ়িছে সুধি আছিলোঁ।

মই বুজিছিলো মই আভবি অহাৰ পাচতে যে সীতাই মোক লৈ খোচা দি সত্যব্ৰতক কথা কব। সচাই সীতাই তেওঁক সুধিছে—'আপুনি মাক মোহাবিব নোৱাৰাকৈ চকুত আঁকি নিছিলনে বুকুত আঁকি নিছিল?'

'তেনেকৈ কিয় কৈছা?'

'মাৰ কথাতো কোৱা নাই। মাৰ সৌন্দৰ্য্যৰ কথাহে কৈছো।'

'বুকুত নিনিলে চকুত কেনেকৈ ভাহিব।' সীতাই যি সুৰে সুধিছিল সত্যব্ৰতেও সেই সুৰবেই উত্তৰ দিলে।

সেই নিশাই স্বামীয়ে মোক সুধিলে—'শিল্পী লৰা এজন আহ যা কৰিছে; কাৰ আকৰ্ষণত?'

'সীতাৰ বন্ধু।'

'যদি সীতাই এই শিল্পীৰ লগত বিয়াৰ প্ৰস্তাৱ দিয়ে?'

'বিয়া পাতি দিম।'

'তুমি কলেই হলনে? শিল্পীটি কাৰ ঘৰৰ লৰা? তাৰ পৰিচয়? তাইক কাৰ ঘৰলৈ, কালৈ দিছো ইয়াত মোৰ, মোৰ বংশ-পৰিয়ালৰ মান-সন্মানৰ কথা আছে। তাতোকৈ ডাঙৰ কথা হল এনে নিমাখিত জীৱলৈ তাইক দিয়া ভাল নহব। এনে নিমাওমাও লৰা মোৰতো মুঠেই ভাল নালাগে।'

'আপোনাৰ মোৰ ভাল লগা নলগা কি কথা। এয়া তাইৰ মনৰ কথা।'

'হেৰো ছোৱালীজনীৰ বয়স কিমানহে? এই এধানমান ছোৱালী-জনীৰ মনৰ গভীৰতা আছেনে?'

অলপ বৈ গধুৰ নিশ্বাস এৰি আকৌ কলে—'মনে-প্ৰাণে মই তাহাঁতৰ মঙ্গল কামনা কৰো। তাহাঁত মোৰ। তাহাঁতৰ হকে ভবা, কথা কোৱাত মোৰ জানো স্বত্ব নাই?'

১৯৭৪—১ মে

আজি সীতা কলেজৰ পৰা অহা পলম হোৱাত কিয় পলম হল সোধাত কলে—সত্যব্ৰতৰ অসুখ। আজি তাই কলেজলৈ যোৱাই নাই।

স্পষ্ট তাইৰ কথা। মই কলো—'সীতু, পাপাৰে সত্যব্ৰতৰ লগত তোৰ বিয়াৰ ক্ষেত্ৰত মত নিদিব।'

'কিয় ?'

'ইয়াত পাপাৰৰ মান-সন্মানৰ কথা আছে।'

'তাৰ মানে ঐশ্বৰ্য্য-বিভূতি-উচ্চ পদপী তেওঁৰ একো নাই বাবে ?'

'এই পৰিবেশত ডাঙৰ হৈ চাৰিওকালে হাঁহাকাৰত অৰ্থাৎ অৰ্থ সমস্যাৰ মাজত তই নোৱাৰিবিও।'

'মা এনেকৈ নকবা। ৰাজভৱন যেন ঘৰ, সোণ-হীৰাৰ অলঙ্কাৰৰ মই স্বপ্ন দেখা নাই। দুখ আকালত কোনোমতে চলি যাব পাৰিলেই হব।'

মুখখুলি মই সীতাৰ হৃদয়ৰ শলাগ নললো। কিন্তু মই অস্ফুট কণ্ঠেৰে সীতাক উদ্দেশ্য কৰি কলো—তোৰ হৃদয় আছে। সেই হৃদয়ৰ শলাগ মই নলৈ নোৱাৰো।

১৯৭৪—২ মে

সত্যব্ৰতৰ অসুখ সামান্য। ভয় কৰিব লগীয়া একো নাই যদিও তাত চাওঁতা নাই বুলি কেইদিন মানৰ বাবে লৈ আহিলো। আজি পাচবেলা তেওঁ মোৰ বিছনাত বহি আছিল। মই তেওঁক কলো—

'ঘৰত নজনাবা। চাকৰীটো এৰি দি আকৌ পঢ়াত ধৰা।'

'চাকৰীটো নেৰিলেওতো পঢ়িব পাৰো।'

'ধৰা তুমি মোৰ লৰা। পঢ়াৰ সময়ত মই তোমাক চাকৰী কৰিবলৈ নিদিলোহেঁতেন।'

সত্যব্ৰতে মোৰ মুখলৈ চাই থকাত মই গড্‌ৰেজৰ আলমাৰিটো দেখুৱাই কলো—'সৌটো খোলাগৈচোন।' চাবিকোছা তেওঁৰ হাতত গুজি দিলো।

'কিয় মোক খুলিবলৈ দিছে ?'

'খোলাগৈচোন বাৰু।'

সত্যব্ৰত উঠি গৈ আলমাৰিটো খুলিলে। মই কোৱা মতে ভিতৰৰ

খাপ কেইটাও খুলিলে। কন্তেক সেইকাষে চাই থাকি মোৰ কাষে৷ ঘূৰি চালে। তেওঁৰ চকুত প্ৰশ্ন। মই কলো—

'বন্ধ কৰি এইফালে আহা।'

মই বিছনাৰ তুলি আতৰাই পালেংখনৰ এক অংশ খুলিলো। ভালকৈ চালেও বুজা নাযায় তাত যে কৌশলমে এটা ( কাঠবেই ) চেপেটা বাকচ বহুৱা আছে। সেইটো খুলি দেখুৱালো। তেওঁ অবাক। লাহেকৈ সুধিলে—

'এইবোৰ ?'

'হীৰা-পান্না।' তাৰ পাচত ততাতৈয়াকৈ বিছনাখন আকৌ আগৰ দৰে থৈ তেওঁৰ হাতখন ধৰি থাকি কলো—'মোৰ ভাঙৰ ছোৱালী তুজনীয়েও মোৰ এই হীৰা-পান্নাৰ খবৰ নাপায়।'

'মোকনো কিয় দেখুৱালে ?'

'তুমি চাকৰী এৰিবৰ বাবে।' মই লাহেকৈ কলো।

'আপোনাৰ সম্পদ দেখি মই চাকৰী এৰিম ?' কেনে এক সুৰৰে কথাষাৰ কৈ তেওঁ অকণমান হাঁহিলে। বিষণ্ণ মুখৰ এই হাঁহিটি নিষ্ঠুৰ ভাবে করুণ যেন লাগিল।

অসুখ বুলি সত্যব্ৰতক লৈ অহা কাৰ্য্যত স্বামীয়ে বিদ্ৰোহ ঘোষণা কৰি কলে—'তোমাৰ দৰে মাক সম্ভৱ আৰু এজনী নাই। অন্ধকাৰ আৰু অশান্তিৰ ভবিষ্যতলৈ মাক হৈ তুমি তাইক ঠেলি দিছা।'

১৯৭৪—৫ অক্টোবৰ

কিছুদিনৰ পৰা মন কৰিছো সীতা ক্ৰমাৎ যেন সত্যব্ৰতৰ পৰা আঁতৰি গৈছে। সত্যব্ৰত অহা দেখিলে হয় তাই পঢ়িবলৈ বহে নহলে মিনি বা পন্নৰ লগত দুটু খেলিবলৈ লয়। মোৰ মনে মনে ইয়াকেই বিচাৰিছিলো। মই যেন তাই সত্যব্ৰতৰ পৰা আঁতৰি যোৱাকেই কামনা কৰিছিলো। সীতাৰ মনৰ এই দিশটো সত্যব্ৰতক বুজাবলৈ চেষ্টা কৰি কলো—

'তুমি জানো তাইক বুজিছা ?'

'সীতাই মোক ভাল পায়। মই জানো।'

'কেনেকৈ জানিলা?'

'কৈছিল।'

'এয়াতো মুখেৰে কোৱা আৰু কাণেৰে শুনা কথা নহয়। কলেই হ'লনে? এয়া হ'ল হৃদয়ে হৃদয় উপলব্ধি কৰা কথা। মুখেৰে যদি এনেয়ে কৈছিল?'

'এনেয়ে কিয় কব?'

'খন্তেকীয়া অনুভূতিৰে কোৱা কথা সেই মুহূৰ্তৰ বাবে সত্য। কিন্তু মুহূৰ্ত যোৱাৰ পাচত সি মিছা হৈ পৰে। তাতে তাইৰ বয়সৰ এইটো এনে কথা গভীৰ ভাবে লোৱা বয়সো নহয়।

মই বুজাবলৈ যিমানেই চেষ্টা নকৰো লাগিলে সত্যব্ৰতে বুজিবলৈ চেষ্টা নকৰে। ইফালে মই সীতাক সত্যব্ৰতৰ লগত মিলিবলৈ সুবিধা যিমান দিলো সিমানেই সীতা সত্যব্ৰতৰ পৰা আতৰি আছিল।

১৯৭৫—১১ জানুৱাৰী

আজি মাঘ মাহৰ পূৰ্ণিমা। বছৰৰ এই তিথিত সদায় শাহুৱে সত্যনাৰায়ণ পূজা পাতি আছিছিল। শাহুৰ মৃত্যুৰ পাচৰ পৰা এই তিথিটো মই পালন কৰি আছিছো।

সন্ধ্যাতে পতা পূজা সন্ধ্যাতে ভাগিল। ন বজালৈকে নিমন্ত্ৰিত অতিথি সকলক খুউৱা চলিল। দহ বজাত আজৰি।

পূজালৈ বুলি সত্যব্ৰত পুৱাতে আহিল। দহ বজাত যাবলৈ ওলাল। মই থাকিবলৈ কোৱাত সেই নিশা অকণো আপত্তি নকৰাকৈ ৰৈ গল।

স্বামী ঘৰত নাই। তিনিদিন হ'ল দিল্লীলৈ গল। আহোঁতে বোলে এইবাৰ পলম হব। কি কামত গৈছে তেওঁ নকয়। মযো তেওঁৰ কামৰ কথা শুনিবলৈ নিবিচাৰো। এনেয়েও সকৰে পৰা মই বাকসংযমী। মোতকৈও বাক সংযমী হল মলয়া।

মলয় ঘৰলৈ আহিলে নিজৰ কমত নোশোৱে। নি কেইদিন থাকে সীতাই তাইক নেৰে। সেয়ে সীতাৰ কমতে শোৱে। সত্যব্ৰতক মই

মলয়াৰ বিছনাত শুৱলৈ দিছিলো। সীতাই এইকথা ভালপোৱা নাছিল। তাই কলে—'কিয় মলয়ৰ কমত শুৱলৈ দিছা ? আলহীক আলহীৰ কমত দিব লাগিছিল।'

'আলহী বুলি যে কৈছ ঘৰৰ বুলি ভাবিব নোৱাৰ ?'

'কেনেকৈ ঘৰৰ হব ?' সীতাই প্রশ্ন কৰিলে যদিও উত্তৰলৈ অপেক্ষা নকৰি 'গুড্‌নাইট' জনাই আতৰি গৈ নিজৰ কমত সোমালগৈ।

সত্যব্রত যেন ক্লান্ত। কোঠাত ভৰি দিয়েই তেওঁ বিছনাৰ কালৈ আগবাঢ়িল। কামিজটো খুলি চকী এখনৰ পিঠিত থৈ তেওঁ বিছনাত ঢলি পৰিল। মোক কলে—'আপুনি শোৱকগৈ যাওক। সন্ধ্যাৰ পৰা আপুনি অলপ ঘূৰিব লগীয়া হোৱা নাই।'

'সচা। অতিথিসকলক মাত এষাৰ দিয়া কার্য্যতে ভাগৰি গলো। তাতে তেৰোঁ ঘৰত নাই—তেওঁৰ আলহীকো মাত দিব লগীয়া হৈছে।' কথাষাৰ কৈ মই সত্যব্রতৰ বিছনাতে বহি পৰিলো। সত্যব্রতে কলে আপুনি যাওঁতে লাইটটো 'অফ' কৰি যাব।

মই উঠি গৈ খিৰিকীতুখনৰ পর্দা দাঙি দি লাইট অফ কৰি দিলো। কোঠাত লাইটৰ তীব্র পোহৰৰ ঠাইত খিৰিকীৰে অহা কোমল জোনৰ পোহৰ অকণ। খিৰিকীৰে মই আকাশলৈ চালো। পাতল ওপঙি ফুৰা ধোঁৱা যেন এটুকুৰা ডাৱৰত জোনটোৱে ডুব সাঁতোৰ দি আকৌ দেখা দিলে। মই ঘূৰি বিছনাখনলৈ চালো। সত্যব্রতে ওপৰ মূখকৈ বুকুত হাত থৈ শুই আছে। এই দৃশ্যত মোৰ এনে লাগিল—সত্যব্রত যেন বৰ নিঃসহায়। বৰ আতুৰ। তেওঁৰ হৃদয় অত্যন্ত কোমল ও মধুৰ। সত্যব্রতো এটুকুৰা ওপঙি ফুৰা ডাৱৰ।

মই আহি তেওঁৰ ওচৰত বহি তেওঁৰ গাল মূৰত হাত ফুৰাই দিলো। মই জানো তেওঁৰ টোপনি নহয়। তথাপি এনেভাবে মৰম কৰিলো যেন টোপনিত থকা সত্যব্রতকহে মৰম কৰিছো। তাৰ পাচত মই ঘূৰি খোজ দিবলৈ লওঁতেই তেওঁ মোক হাতখনত ধৰি কাষত বহুৱাই লৈ কলে—'তুমি মৰম কৰাৰ দৰে সীতাই মোক কিয় মৰম নকৰে ?'

কথাবাৰ কৈয়েই সত্যব্ৰতে তেওঁৰ সবলী বাহুৰ মাজত মোক ভৰাই ললে। কন্তেকলৈ সীতাৰ চেহেৰাটো মোৰ চকুত ভাহি উঠিল। মনতে হঠাৎ অপৰাধী ভাব হল। মই তেওঁৰ কথাৰ কোনো উত্তৰ দিয়া নাছিলো। মই মাথোন নিজকে উপলব্ধি কৰিছিলো মই উত্তাপ। মই যৌৱন। আৰু উপলব্ধি কৰিছিলো মই যিদৰে বুকুৰে সত্যব্ৰতক মৰম কৰো মোৰ বুকুৱেও সত্যব্ৰতৰ বুকুৰ মৰমহে বিচাৰিছিল। শৰীৰী মৰম বিচৰা নাছিলো।

১৯৭৫—৯ মাৰ্চ

সীতা সত্যব্ৰতৰ পৰা সম্পূৰ্ণ আতৰি আহিল। সত্যব্ৰত আগবাঢ়ি আহিল মোৰ কাষলৈ। তথাপি তেওঁ মাজে মাজে সোধে—'মই সীতাক পামনে ?'*

'পাবা।' এনেয়ে মই উত্তৰত কওঁ। সিদিনা তাইক পাপাকে সুধিছিল—'সীতা তুমি এই লবাটি লৈ ভবিষ্যতৰ কিবা স্বপ্ন দেখিছানেকি ?'

'মানে সত্যব্ৰতক ? তেওঁৰ লগত বিয়া হোৱাতকৈ নদীত জাপ দি মৰাই ভাল।' স্পষ্ট ভাবে তাই পাপাকক মনৰ ভাব জনাই কলে।

সীতাৰ প্ৰতি থকা সত্যব্ৰতৰ হৃদয়াবেগ মোৰ অসহ্য। সীতাৰ অবিহনে বুকুত যদি অগনিয়েই জ্বলি আছে তেন্তে মোৰ দেহটো আবেগেৰে বুকুত সাবটি ধৰিছিলা কিয় ? এতিয়াও সীতাক আশা কৰে। জঘন্য কাণ্ড। জঘন্য কথা।

মই কি কৰিলো! মই কি হব খুজিছিলো! মই অম্বিকা অম্বালিকা হৈ ব্যাসদেৱৰ লগততো পুত্ৰ কামনাৰে মাথোন সহবাস কৰা নাছিলো। শাহুৰ আদেশত দুই বিধবা বোৱাৰীয়ে ব্যাসদেৱক সহ্য কৰাৰ দৰে মইতো স্বামীৰ আদেশত তেওঁৰ চাকৰিৰ মূৰমেৰুদণ্ডটিক সহ্য কৰিব পৰা নাছিলো। প্ৰফুল, জীৱন, শ্যাম, বৰুণ, কণ্ঠ শিল্পীজন—কাৰো কথাতো মই দৃঢ়ভাবে স্বামীৰ কথা বা কাৰ্য্যৰ প্ৰতিবাদ কৰা নাছিলো। মোৰ হৃদয়ত সত্যজ্ঞান বুলি একো নাছিলনেকি ? স্বামীৰ আদেশ মনাটোকে যদি সত্য বুলি

ধৰিছিলো। হোটেলৰ সেই নিশাৰ অন্তত আত্মহত্যা কৰি স্বামীৰ কাৰ্য্যৰ প্ৰতিবাদ জনোৱাৰ ভাব কিয় আহিছিল ? মোৰ নিজৰ ধৰ্ম্ম কি ? মই মোক বুজি নাপালো। সত্যজ্ঞান উপলব্ধি কৰাৰ হয়তো সুবিধা নাপালো। মই মাথোন বুজিব পাৰো যাৰ নিলজ হৃদয়ে মাথোন এখন হৃদয়হে বিচাৰিছিল।

নিজৰ ধৰ্ম্ম বিশ্বাসৰ বাবে প্ৰটেষ্টাণ্ট ধৰ্ম্ম যাজক বোজাচ, হুপ্যাৰ, এইবিলাক ধৰ্ম্মযাজকে ৰাণী মেৰী টিউডৰৰ ও ৰোমৰ পোপৰ ইচ্ছাত জুইত পুৰি প্ৰাণ এৰিছিল। মই যদি দ্বিতীয় পুৰুষে মোক গ্ৰহণ কৰাতো সতীত্ব নষ্ট হোৱা বা পাপ বুলি, সতীত্ব ৰক্ষাই নাৰীৰ ধৰ্ম্ম বুলি দৃঢ়ভাবে বিশ্বাস কৰিলোহেঁতেন, তেন্তে স্বামীৰ আদেশ অনুনয় অমান্য কৰাৰ শক্তি হৃদয়ত পালোহেঁতেন। এয়া মোৰ স্বীকাৰোক্তি। উশাহ-নিশাহত মোৰ আজি মোৰ সত্য নাই। সত্য বুলিছো ভগবানক। তেওঁ মোৰ ফালে পিঠি দিলে।

এতিয়া নিশা দহ বাজিল। তেওঁ প্ৰতুলৰ ওচৰলৈ গৈছে। এথাৰ মান বজাত প্ৰতুলক লগতলৈ ঘূৰিব। সোতৰ কি ওঠৰ বছৰৰ আগতে ঠিক এইদৰে এনিশা তেওঁ ( প্ৰথম বাৰ ) প্ৰতুলক লৈ আহিবলৈ গৈছিল। সেইদিনা মোৰ হৃদয় ভৰি আছিল আশা, ভয়, লাজ আৰু কি কি অনুভূতিৰে। আজি কিন্তু মোৰ হৃদয় শূন্য। মাথোন মই অনুভৱ কৰিছো মই বৰ ক্লান্ত। মোৰ এনে লাগিছে মই যেন সকলো যন্ত্ৰণাৰ পৰা এইবাৰ ছুটি পাম। ছুটি পালে ভালেই হয়। অনুতাপ অনুশোচনাৰ অগ্নিত দহন হোৱাৰ পূৰ্ব্বেই শেষ হব পাৰিলে মই মৃত্যু-ক্ষণত বুজিম মই পৃথিৱীত কোনো পাপ কৰা নাছিলো।

মই ক্লান্ত। তথাপি তেওঁ প্ৰতুলক লৈ অহা কাৰ্য্যত বাধা দিব নোৱাৰিলো। কাৰণ মই নিৰুপায়। মই মোৰ শক্তি নিজেই হেৰুৱালো।

১৯৭৫—১৫ জুন

আজি পুৱা তেওঁ তেওঁৰ সা-সম্পত্তি কাক কি দিব নিদিব এই বিষয়ে

তেওঁ মোক কৈছিল। জোনালীৰ নাম উল্লেখ নকৰাকৈ মই কলো—'জোনাক একো নিদিবনেকি ?'

'তাই সম্পত্তি বা টকা লৈ কি কৰিব ? ইমান দিনে তাইক ভগবানে নিৰলৈও নেদেখিলে। সূৰ্য্যৰ তাপ, মুকলি বায়ু সকলোৰে পৰা বঞ্চিত হৈয়ো বেচ আছে। কোনে যে তাইৰ জীৱনৰ বোজা বব !'

'সীতাকেই তাইৰ সম্পত্তিৰ ভাৰ দিয়ক। সীতাই তাইৰ বোজা বব।' মই কলো।

'সীতাই তাইৰ বোজা নবলে কোনে বব ! তাই একোৰে আশাত নহয় মৰমৰ দহনতে তাইৰ বোজা বব।'

এই ঘৰৰ ধন-সম্পত্তিৰ কবলৈ গলে আধা জোনালীৰেই। এইকথা মোৰ আৰু মোৰ স্বামীৰ বাদে আনে নাজানে। শ্যামে নিজৰ সন্তানক মোটা অঙ্ক এটা দিছিল।

কাক কি দিব নিদিব এই ভাব চিন্তাৰ পৰা মই এতিয়া দূৰত। এইবোৰ একো কথাৰেই মোৰ প্ৰয়োজন নাই। মই মাথোন এতিয়া উপলব্ধি কৰিছো যি নাৰীয়ে নিজৰ স্বামীক ভাল পাব নোৱাৰে সেই নাৰী দুৰ্ভগীয়া। ধন-সোণৰ ওপৰত বহি থাকিলেও সেই নাৰী সদা দুঃখী। হৃদয় ভিক্ষাৰিণী। সেই নাৰীয়ে এখনি হৃদয় ভিক্ষা কৰে কাৰ্য্যৰে, কথাৰে বা মনে মনে। ময়ো তাকেই কৰিছিলো। মই বুজিবলৈ চেষ্টা কৰিছো মোৰ প্ৰাণে আকুল ভাৱে কাক বিচাৰিছিল।

প্ৰতুলক ?

ওহো।

সত্যব্ৰতক ?

ওহো।

কাষ্ঠশিল্পীজনক ?

ওহো।

লিখক ৰুণাক ?

ওহো।

মোৰ প্ৰাণে প্ৰথমছোৱা বিচাৰিছিল স্বামীয়ে মোক এটি সৰল সহজ জীৱনৰ অধিকাৰী কৰি ৰখা। মই বিচাৰিছিলো স্বামীক ভাল পাবলৈ ও ভক্তি কৰিবলৈ। তাৰ পাচত স্বামীৰ কাৰ্য্যত মোৰ মন বিদ্ৰোহী হৈ পৰিল। সেই বিদ্ৰোহী মনে আলফুলে আকোৱালি লৈছিল জীৱন মহত্তক। মই আশা কৰিছিলো জীৱনে মোক তেওঁৰ অধিকাৰলৈ লৈ যাওক। তেওঁ মোক শাসন কৰিব। মৰম কৰিব। আপদে বিপদে মোক স্পৰ্শ কৰিব নোৱাৰাকৈ হুবাহুৰে সাৱটি ৰাখিব।

জয়! মই চকু মুদিলে আজিও তুমি মোৰ চকুৰ আগত স্পষ্ট ভাবে জিলিকি উঠা। কপালৰ সোঁফালে সৰু তিলটো। মাজৰ সেওঁতাটো, কপালত পৰি থকা চুলিখিনি। তুমি পিন্ধি থকা বগা পাথৰ দিয়া আঙঠিটো পৰ্য্যন্ত। তোমাক মই পোৱা হলে আন সহস্ৰজনী সতী-সাধ্বী লক্ষ্মী তিৰুতাৰ দৰে মোৰ জীৱনটোও সৰল হলহেঁতেন।

* * * * *

**মই কৈছো—**

তেতিয়া সন্ধ্যা লাগো লাগো। সন্ধ্যাদীপ বাজখোৱাৰ কোঠাৰ খিৰিকীৰে আয়নাত বগা শীতল পোহৰ অকণ পৰিছেহি। আৰ্শিৰে সন্ধ্যাদীপৰ ডায়েৰীখন জপাই বিছনাৰ একাষে থৈ সীতাৰ মুখলৈ চালে। সীতাই সুধিলে—

'মা বাক ক্ষমাৰ যোগ্যনে?'

আৰ্শিৰে লগে লগে কথাৰ উত্তৰ নিদিলে। চকুযোৰ মুদি কিছুসময় মনে মনে থাকিল। তেওঁৰ চকুত ভাহি উঠিল শুভ্ৰ সাজ পৰিহিতা সন্ধ্যাদীপ বাজখোৱাৰ আশ্চৰ্য্য সুন্দৰ ৰূপটি। কোঠাৰ এচুকত সন্ধ্যা বিষন্ন মনে থিয় হৈ আছে। অতি শান্ত, অতি নিৰ্ম্মল এই মূৰ্ত্তি। সন্ধ্যাই যেন আৰ্শিৰক কৈছে—মোক মুক্তি দিবানে? মই ইয়াতে আৱদ্ধ হৈ আছো। সংসাৰৰ প্ৰতি মোৰ বৰ আসক্তি আছিল। মই বহুত দিন জীয়াই থকাৰ স্বপ্ন দেখিছিলো।

আৰ্শিয়ে চকুমেলি কোঠাটোত চকুফুৰাই সীতাক সুধিলে—'তোমাৰ মাৰ ক্ষমাৰ অযোগ্য হব কিয় ?'

'আমাৰ জন্ম জটিলতাপূৰ্ণ সেয়ে।'

'মাৰৰ স্বীকাৰোক্তি পঢ়ি তুমি একেবাৰেই নুবুজিলা। তোমাৰ মাৰে নিজৰ স্বামীক ভাল পাবলৈ শ্ৰদ্ধা কৰিবলৈকে বিচাৰিছিল। বিচাৰিছিল এটা সৰল জীৱন। তেওঁৰ স্বামীয়েই তেওঁক সৰল পথৰ পৰা নমাই একা-বেকা পথে ঘূৰাই-পকাই সহজ পথৰ পৰা আঁতৰাই নিলে। তেওঁক স্বামীয়ে কেৱল অম্বিকা অম্বালিকা কৰাতে জানো ক্ষান্ত আছিল ?'

'তেওঁকো সেয়েহে আতৰোৱা হল।'

'তুমি কি কৈছা ?' আৰ্শিয়ে সীতাৰ কথাত উচপথাই উঠিল।

'পাপাক সেইদৰে হত্যাকৰা বাবে মোৰ তেওঁক কোনো দিন অনুশোচনা নহয় ?'

'স'তা—?' আৰ্শিয়ে দৃঢ়ভাবে সীতাৰ হাত এখন ধৰি থাকি সীতাৰ চকুলৈ চালে। সীতাই হাঁহি এটিৰে কলে—

'উস্ এৰি দিয়া। হাতখন ইমান টানকৈ ধৰিছা কিয় ? আচলতে তুমি মোৰ মৰমত অন্ধ হৈছা। মোৰ আচল ৰূপটো বুজিব নোখোজা।'

সীতাই তেতিয়াও আৰ্শিৰ চকুলৈ চাই আছিল। আৰ্শিয়ে সীতাৰ মুখত লাগি থকা হাঁহিটোলৈ লক্ষ্য কৰিলে। তেওঁৰ এনে লাগিল সীতাই এই হাঁহিটো হাঁহো বুলি বৰ কষ্টৰেহে হাঁহিছে। তেওঁ কলে—

'তুমি তোমাৰ যিটো ৰূপৰ কথা কৈছা, সেই ৰূপ সচা হলেও তুমি মোক সেই ৰূপৰ কথা নকবা। নজনাবা।'

'কমেই। জনামেই।' দৃঢ়ভাবে সীতাই কলে। অলপ বৈ আকৌ কলে—

'মোৰ বুকুত বুকুতখি থকা খিচখিনি তোমাৰ ওচৰতে মই ঢালিম। নহলে মই পাগল হৈ যাম। মই বাটে বাটে চিঞৰিমগৈ—মই মোৰ পিতৃ-মাতৃক হত্যা কৰিলো। কোনেও যাতে মোক ক্ষমা নকৰে।'

'কি, চিঞৰিবা ? পাগল হলা নেকি ?' সীতাৰ মুখত হাতৰ তলুৱাৰে

সোপাৰি আৰ্শিযে কলে। সীতাই আৰ্শিষৰ হাতখন আতঁৰাই ধৰি থাকি লাহেকৈ সুধিলে—

'যিজন লোক পাগল হয় তেওঁ বাক নিজে বুজেনেকি তেওঁৰ মগজৰ গোলমাল হোৱা কথা? নিজে যদি গম পায় মহো গম পাইছো মই পাগল হৈ যাম। মই পাগল হৈ গৈছো।'

কথাষাৰ কৈ আৰ্শিষৰ বুকুত সীতাই কপালেৰে আঘাত কৰিলে। আৰ্শিষ শুই থকাৰ পৰা বহি সীতাৰ মুখখন ধৰি থাকি কলে—'মোক সকলো কৈ যদি তুমি বক্ষা পৰা, তেন্তে মই তোমাৰ কথা শুশুনাকৈ নাষাওঁ। তুমি দোষী, খুনী যিয়েই কি নোহোৱা তোমাক মই ছন্দময় এটি কবিতাৰ দৰে পাইছিলো। এটি মিঠা সুৰৰ দৰে লাগিছিল তোমাক। তুমি সুস্থ হৈ থাকা। কবিতা হৈয়েই থোৱা।'

'মাৰ জীৱনৰ অন্ত পৰিল। দেহাও ছাই হৈ গল। মাক তুমি এতিয়া সহানুভূতিৰে চালা বা নাচালা অৰ্থ শূন্য কথা। মোৰ এইটো আগবাঢ়ি অহা জীৱন। মোক তোমাৰ বুজিবৰ মন নাযায়নে?'

আৰ্শিযে একো নামাতিলে। সীতাই আৰ্শিষৰ ঘড়ীটো চাব খুজি সুধিলে—'সময় কিমান হল বাক?'

'সাত বাজো বাজো।'

'আঠবজাত জীৱন মহন্ত আহিব।'

'তোমাৰ পিতৃ?'

'মাৰ এই বহীখনেতো তাকেই কয়।' আৰ্শিষৰ কাষত থকা বহীখন সীতাই হাতত তুলি লৈ কলে।

'আজি মলয়ৰ লগত তেওঁৰ পৰিচয় কৰি দিম।' আকৌ সীতাই কলে।

আৰ্শিযে সীতাৰ মুখলৈ চাই আছে। সীতাই তেওঁৰ চকুত স্থিৰ লক্ষ্য ৰাখি কলে—

'ইতিমধ্যে যদি মই জীয়াই থকাৰ অধিকাৰ হেৰুৱাও...।'

'কিয় এনেকৈ কৈছা?'

'মই আইনৰ কথা কৈছো। আইনে যদি মই জীয়াই থকাৰ অযোগ্য বুলি ফাঁচিৰ হুকুম দিয়ে?'

আকৌ সীতাৰ মুখত এনেকথা শুনি আৰ্শিষ আতঙ্কিত হল। তেওঁ নিৰুপায় ভাবে সীতাৰ মুখলৈ চাই ৰল। সীতাই তেওঁৰ দৃষ্টিৰ অৰ্থ বুজি কলে—'তুমি মোক বুজি পোৱা নাই।'

তাৰ পাচত আৰ্শিষৰ হাতত ধৰি 'আহা' বুলি কোঠাৰ বাহিৰলৈ আহিল। যিটো কোঠাত প্ৰথমে আৰ্শিষক বহিবলৈ দিছিল সেই কোঠাৰ মাজেদি গৈ আন এখন দুৱাৰ খুলি আন এটা কোঠালৈ গল। এইটো কোঠাত ভৰি আছে তেওঁলোকৰ পূৰ্ব্বপুৰুষসকলৰ ডাঙৰ ডাঙৰ অয়েল পেইন্‌টিং। চাৰিওফালে ভালকৈ চকুফুৰাই থাকিলেও সেই কোঠাত দুৱাৰ থকা চিহ্ন নাপায়। চিহ্নহীন এই দুৱাৰেদি সীতাই আৰ্শিষক এটা কোঠালৈ লৈ গল। কোঠাটোত আন্ধাৰ। এতিয়াও সীতাই আৰ্শিষৰ হাত এখনত ধৰি আছে। এইদৰে থাকিয়েই বেৰত হাত দি লাইট 'অন' কৰিলে। কোমল পোহৰে কোঠাটো পোহৰাই দিলে। আৰ্শিষে দেখিলে কোঠাৰ একাষত এজন শুব পৰা এখন পালেং। ওচৰতে এখন মেজ। মেজত কিছুমান দৰৱ টনিকৰ বটল। একাষে এখন অলপ ওখ টুলত এখন 'টেবুল ফেন'। এখন ড্ৰেচিং আয়না। এজন মানুহৰ প্ৰয়োজনীয় প্ৰায় সকলো বস্তুৱেই আছে এই কোঠাত।

ইমান সময়ে আৰ্শিষে সমুখৰ ফালেই চাই আছিল। এইবাৰ তেওঁ পাচফালে ঘূৰি চালে। তেওঁ দেখা পালে সীতাই আনখন হাতেৰে কাবোবাক হাতত ধৰি আছে। যাক ধৰি আছে তেওঁ মুখখন কাটি কৰি আৰ কৰি ৰখাৰ চেষ্টা কৰিছে। সীতাই কলে—

'এইজনী মোৰ ভনী। মলয় ও মোৰ পাচত এই। এইৰ কথা শেষলৈ মায়ে হয়তো পাহৰিয়েই গৈছিল। আমাৰ ঘৰত জোনালী নামৰ ভনী এজনী থকা মই নোকোৱা হলে বছৰৰ পাচত বছৰ থাকিলেও আপুনি গম নাপালেহেঁতেন। মা-পাপাই ভুলতো এইৰ নাম নলয়।

কোনোৱাই যদি লৰা-ছোৱালী কেইটা বুলি সোধে, এইক বাদ দি বাকী কেইটাৰ কথা কয়, নাম কয়।

সীতাই জোনালীৰ বিছনাত বহি আৰ্শিষ আৰু জোনালীক দুকাষে বহুৱাই ললে। তাৰ পাচত জোনালীৰ হাতৰ পিঠিত চুমা দি কলে—'তোক কোৱা আমাৰ অনাত্মীয় আলহী এইজনেই। চাচোন বাৰু তই এওঁলৈ। এওঁৰ বুকুলৈ বাৰু তই গুলি এৰিব পাৰিবিনে ?'

এইবাৰ জোনালীয়ে আৰ্শিষৰ মুখলৈ স্পষ্ট আৰু গভীৰ ভাবে চালে। কিছুসময় এইদৰে চাই থাকি শেষত মূৰ জোকাৰি তাই জনালে—এইকাম তাই নোৱাৰিব। তাইৰ হাতৰ পিঠিত আকৌ সীতাই চুমা দি কলে—'জোনা তই ইমান ভাল।'

এইষাৰ কথাত জোনাৰ মুখৰ চেহেৰা কিবা হৈ পৰিল। তাই যেন আঘাত পোৱা কথা এষাৰহে শুনিলে। আৰ্শিষে এতিয়াও নিৰবে জোনাৰ মুখলৈ চাই আছে। এইখন মুখেই সত্যব্ৰতক হত্যাকৰা মুখ বুলি আজিৰ কাগজত বাহিৰ হৈছে। সেই কাগজ সীতা আৰু তেওঁ একেলগেই চাইছিল। কাগজৰ মতেতো এই ঘৰৰ লগত সমন্ধ থকা সকলোকে একেজনেই হত্যা কৰে। সত্যব্ৰতক হত্যা কৰা সময়ত স্বয়ংক্ৰিয় কেমেৰাই এইখন মুখকে ধৰি ৰাখিছিল। জোনালীয়ে মুখখন কাটি কৰি লুকুৱাই ৰখাৰ মানে ? কুচ্ছিত বুলি নিশ্চয় নহয়।

'জোনমণি মই পাচত আহিম' বুলি সীতা থিয় হল। আৰ্শিষক কলে—'বলা।' প্ৰকাণ্ড লাইব্ৰেৰীকমত ভৰি দি কলে—'সময় বাৰু কিমান হল ?'

'আঠ বাজিবলৈ বিশ মিনিট।'

'তেওঁ আহিবৰ হৈছে।'

'তেওঁক তুমি কি বুলি মাতা ?'

'কি বুলি বা মাতিম! এতিয়ালৈকে তো একো সমন্ধ ধৰা নাই।'

আৰ্শিষক সীতাই ছাদলৈ মাতি লৈ গল। ঘট্‌ঘটিৰ মুখতে মিনিক

পাই চাহ তুকাপ ওপৰতে দি আহিবলৈ কলে। ছাদৰ ওপৰলৈ গৈ পদূলিৰ ফালে চাই থাকি আৰ্শিষে সীতাক সুধিলে—'তেওঁ যিমান সময় দিছে সিমান সময়তে আহিবনে?'

'ঠিক সময়তে পাবহি। দুই পাঁচ মিনিট সোনকাল হলেও দেৰি নহয়।'

'তোমালৈ বোধহয় বৰ হেপাহ।'

'মোক পালে তেওঁ ভালেই পায়নে! অপ্ৰস্তুতেই হয়নে, কেনে যে কৰে! হেপাহেৰে আহে। যাবলৈও ব্যস্ত হৈ পৰে।'

'তেওঁৰ এইৰূপ দেখিলে তোমাৰ কেনে লাগে?'

'কেতিয়াবা মজা লাগে। কেতিয়াবা পুতৌ জন্মে। কেতিয়াবা বেয়াও লাগে।'

'কি কৰে তেওঁ?'

'হাইকৰ্টৰ জাজ।' কথাষাৰ কৈ আকৌ হেপাহেৰে কলে—'কিয় তুমি কাগজত তেওঁৰ নাম পোৱা নাই? এজনক অলপতে ফাঁচিৰ হুকুম দিছে। কেইজনক কুৰিবছৰ কাৰাদণ্ড দিছে। এচামৰ মনত ভয়ৰ উদ্বেগ কৰা, এচামে শ্ৰদ্ধাৰে আন্তৰিকতাৰে চোৱা ডকাইত নিবেনক তেওঁ মুক্তি দিয়ে। খুন কেইটা বোলে তেওঁ আত্মৰক্ষাৰ বাবে কৰা খুন। গীতাত বোলে অৰ্জ্জুনক কৃষ্ণই এষাৰ কথা কৈছে—দুষ্টক দমন কৰিবা। কুৰুক্ষেত্ৰ ৰণথল আছিল ধৰ্ম্মৰ ন্যায়ৰ ৰণ। এই ৰণত জানো মানুহ মৰা নাছিল। নিবেনৰ আবিৰ্ভাৱ হয় যতেই শোষণকাৰী তাতেই। শোষকসকল তেওঁৰ মনত কৌৰৱকুল। তেনে কৌৰৱসকলৰ ওচৰলৈহে তেওঁ যায়। নিবেনৰ মতে ন্যায়-অন্যায়, পাপ-মহাপাপ বুজি নোপোৱা এই শোষক দলক আইন বা মিঠা মিঠা কথাৰে বুজনিৰে পোনাব পৰা সম্ভৱ নহয়। সেয়ে তেওঁ সেই সকলৰ ওচৰত যমৰূপে থিয় হয়গৈ। এইদৰে সংগ্ৰহ কৰা ধন তেওঁ দৰিদ্ৰসকলৰ মাজত বিলাই দিয়ে। তেওঁৰ নিজাকৈ ভেটি এটা নাই পথাৰত মাটি এবিঘা নাই। বেংক পাচবুক কি দিবেৰে হয়তো বুজিও নাপায়।

জীৱন মহন্ত নামটি এটি আদর্শ। চোৰাং ব্যৱসায়ৰ অপৰাধত ভনী-জোৱায়েকক কেই বছৰ স-শ্ৰম কাৰাদণ্ড দিয়ে।'

দীঘলকৈ নিশ্বাস এৰি সীতাই আকৌ কলে—'আইন বিৰুদ্ধ কাম কৰি তেওঁলৈ নৈবেদ্য আগবঢ়াবলৈ যোৱা দুজনমানক স-শ্ৰম কাৰাদণ্ড দিয়ে। কোনোবা এজন আচামীৰ আধুনিকা গাভৰু জীয়েকে তেওঁক ঘৰত দেখা কৰিবলৈ গৈছিল। সুন্দৰীয়ে কোন যোগে আগেয়েই বতৰাটি তেওঁক জনাই থৈছিল।

সুন্দৰী গৈ বাৰান্দাত ভৰি দিয়াৰ লগে লগে ভিতৰৰ পৰা প্ৰকাণ্ড কুকুৰ এটা ওলাই আহি সুন্দৰীৰ সমুখত থিয় হৈ গাৰ সমস্ত শক্তিৰে চিঞৰি (ভুক্‌ভুকাই) সম্ভাষণ জনালেহি। সাক্ষাৎ যম সম ভয়ঙ্কৰ কুকুৰটোৰ পৰা ৰক্ষা পাবলৈ তেওঁ ভগবানৰ নাম স্মৰণ কৰিব লগীয়া হল। তেওঁৰ এনে লাগিল এয়া প্ৰথম সম্ভাষণ। দ্বিতীয় সম্ভাষণত সি তেওঁৰ ডিঙিলৈ জপিয়াই দিব। প্ৰকাণ্ড কুকুৰটোৰ দাঁত কেইটালৈ চাই শেষত লাজ চাহাবক লগ কৰাৰ আশা.সিমানতে বাদ দি কেনেকৈ গৈ কিল্ডত থিয় কৰি থোৱা মটৰত বহি দি ৰক্ষা পৰিব পাৰে এই চিন্তা হল। উভতি খোজ দিবলৈও ভয় কিজানি পাচফালৰ পৰা ধৰে।

কোনোৰকম গৈ মটৰত বহি কাষতে কাম কৰি থকা মালীক কলে—'হেৰা, এনেকুৱা ভয়ঙ্কৰ কুকুৰ বান্ধি থব লাগে বুলি এইখনৰ কোনেও নাজানে নেকি ?'

'ইহঁত ভয়ঙ্কৰ গুচৰতহে ভয়ঙ্কৰ হয়। ইয়াতোকৈ ভয়ঙ্কৰ হিংস্ৰ প্ৰাণী আমাৰ সমাজত খোলা থাকে। সিহঁতে দুৰ্ব্বলসকলক বিষাক্ত দাঁতেৰে কিমান কামোৰ মাৰিছে !' মালীয়ে কথাষাৰ কৈ ফুলপুলিটোৰ কাষত থকা কিবা এটা সৰুপুলি জোৰেৰে উভালি দলিয়াই দিয়ে।'

'এইবোৰ কথা তুমি ক'ত শুনিলা ?'

'মানুহৰ মুখে মুখে উৰি ফুৰা কথা।'

অৰ্পিতাৰে মৌতাৰ মুখলৈ চাই থাকি সুধিলে—'জীৱন মহন্তৰ এই কথাবোৰ শুনিলে তোমাৰ ভাল লাগে নহয়নে ?'

সীতাই দীৰ্ঘ নিশ্বাস এৰি কিছুসময় মনে মনে থাকি দুখেৰে কলে—'লোকে মাক-বাপেকৰ নাম শ্ৰদ্ধাৰে লোৱা শুনি যি লৰা-ছোৱালীয়ে মাক-দেউতাকক লৈ গৌৰব কৰিব পাৰে সিহঁত সৌভাগ্যবান। তেওঁৰ নাম খ্যাতিত আমিতো গৌৰব কৰিবলৈ নাপালো। যাক পাপা বুলি মাতিছিলো, জানিছিলো আৰু আনেও জানিছিল, তেওঁৰ বাহিৰাৰ প্ৰতি দুৰ্ব্বলতা থকা বুলি বদ্‌নামৰ বাবে আমাক সকলোৱে হেয়জ্ঞান কৰিছিল যেন লাগে।'

মিনিয়ে চাহ দুকাপ আনি তেওঁলোকৰ ফালে আগবঢ়াই দিলে। ঠিক সেই সময়ত বগা ফিয়েট এখন আহি সীতাইঁতৰ পদূলিত বলছি। দাবোৱানে গেট খুলি দিলে। বঙা সক পথটিয়েদি গাড়ী ভিতৰ সোমাই আহিল। সীতাই আৰ্শিষক কলে—

'ঘড়ীটোলৈ চোৱাচোন।'

'পাঁচ মিনিট বাকী।'

'এই পাঁচ মিনিট তেওঁ বাৰান্দাত থিয় হৈ থাকক।'

'বাৰান্দাত থিয় হৈ থাকিব কিয়?'

'মোৰ আদেশ নোপোৱালৈকে কোনেও কাকো আদৰি আনি ভিতৰত নবহুৱাইছি। আগফালে দেখিছাই চকী-চোফাও একো নাই। সকলো আতৰালো।'

আঠ বাজিবলৈ দুই মিনিটমান থাকোতে সীতা তললৈ নামিল। আৰ্শিষৰ হাতৰ পৰাও কাপ-প্লেটযোৰ লৈ যাওঁতে আৰ্শিষক কৈ গৈছে—

'এতিয়া তুমি তোমাক লৈ থাকা।'

সীতা আতৰি যোৱাৰ পাচত আৰ্শিষে সচাই নিজক লৈ ৰহিল। তেওঁ সীতাৰ ওচৰত কিয় নিজক এৰি দিছে? কি মন্ত্ৰত তেওঁ ইমান ব্যক্তিত্বহীন হল! সীতাৰ সৌন্দৰ্য্যৰ ওচৰত তেওঁৰ সৌন্দৰ্য্য পিপাসিত প্ৰাণ দুৰ্ব্বল হৈ পৰিছেনেকি? ওহো কেতিয়াও নহয়। মলয়াওতো সীতাৰ দৰে সুন্দৰী। একে মুখ, একে চুলি। একে ৰং। একে গাৰ গঠন। আন কি কণ্ঠস্বৰটিও একে।

অৱশেষত আৰ্শিয়ে উপলব্ধি কৰিলে জীৱনটো এটি গান গোৱা বুলি হৈ বৈ যোৱাতো তেওঁ আশা কৰে। তেওঁ আশা কৰে এটা জীৱন্ত জীৱন। য'ত থাকিব আশা আনন্দ হাঁহি উত্তাপ ও ছন্দ। সীতা হল উৎসাহ উত্তাপ।

প্ৰাণহীন ছন্দহীন জীৱনলৈ তেওঁৰ ভয় হয়। সেয়েহে তেওঁ মলয়াৰ চকুৰ শীতলতালৈ ভয় কৰে। অৰ্থাৎ বৰ অসহায় অনুভব কৰে। আজি পুৱা মলয়াই অদ্ভুত শীতল এক দৃষ্টিৰে তেওঁৰ চকুলৈ চাইছিল। সেই দৃষ্টিত আৰ্শিয়ে অনুভব কৰিছিল আত্মীয়তাৰ সুৰ আৰু তেওঁকো ভূলোকৰ পৰা লৈ যোৱা ইঙ্গিত।

তললৈ নামি আহি আৰ্শিয়ে দেখে সীতাই মলয়াক বাহিৰলৈ লৈ যাবলৈ টনা-টনি কৰিছে। মলয়া কোনোমতেই সন্মত নহয়। দুৱাৰৰ ওচৰৰ পৰা ঘূৰি ঘূৰি আহে। আৰ্শিয় আহি তেওঁলোকৰ সমুখত বহিছে। মলয়াই তেওঁক পোৱাত যেন ৰক্ষা পৰিল। আপত্তি জনাই তেওঁ আৰ্শিয়ক কলে—'চাওঁকচোন কোনোবা এজন আনি কৈছে

কথাষাৰ সম্পূৰ্ণ নকৰি হঠাৎ মলয়া থমকি বৈ গল। মলয়াই কব খুজিছিল কোনোবা এজন আনি কৈছে সেইজন বোলে আমাৰ জন্মদাতা। আৰ্শিয়ে কিবা কব খুজিছিল তেনেকুৱাতে মলয়াই আকৌ কলে—'তেওঁ যি কৰে কৰি থাকক তেওঁৰ কথা আৰু কামৰ মাজত মই নাই।'

'সীতাই কোৱা কথা সত্য।' লাহেকৈ আৰ্শিয়ে মলয়াক কলে।

'তাৰ মানে? তাৰ মানে ইতিমধ্যে আপুনি আমাৰ ঘৰৰ ইতিহাস লৈ ললে?'

'ঠিক ইতিহাস মই খুচৰি চোৱা নাই। মাবাই নিজক লিপিবদ্ধ কৰা বহীখন সীতাই মোক পঢ়ি চাবলৈ দিছিল।'

'অ' বুলি মলয়াই সমুখৰ দুৱাৰখন ঠেলি কোঠালৈ সোমাই গল। কোঠাৰ সোঁ-মাজত থকা চোকা-চেটত যিজন মানুহ বহি আছিল সেইজনক মলয়াই দূৰৰ পৰা ভৰিলৈকে লক্ষ্য কৰিলে। এইজনকে

সীতাই তেওঁলোকৰ পিতৃ বুলি কৈছে। এইজনতো এজন সুস্থ সুন্দৰ ডেকা! গম্ভীৰ দৃঢ় স্বভাৱৰ যেন। যেন ডেকাজন ব্যক্তিত্ব সম্পন্ন। মলয়াই অবিশ্বাস ভাবে লাহেকৈ কলে — 'আপুনি — ?'

'মোৰ নাম জীৱন মহন্ত।' সৰু অথচ গম্ভীৰ মাতেৰে জীৱন মহন্তই কলে। তেওঁ প্ৰথমে মলয়াক সীতা বুলিয়েই ভাবিছিল। তেওঁলৈ সেইভাবে চাই 'আপুনি' বুলি প্ৰশ্ন কৰাৰ লগে লগে, সীতাৰ লগৰে আৰু এজনী থকা কথা মনত পৰিল। সন্ধ্যাদীপে তেওঁক কোৱা বহু পুৰণি কথা এবাৰ তেওঁ যেন শুনিবলৈ পালে। সন্ধ্যাই কৈছিল— 'দুয়োজনী ছোৱালী দেখাত অবিকল একে। সিহঁতক নোচোৱা ?'

মলয়াই তেতিয়াও জীৱন মহন্তৰ মুখলৈ চাই থকাত তেওঁ বৰ অসহায় বোধ কৰিলে। পাৰ কৰি অহা জীৱনত তেওঁ যেন এনে ডাঙৰ সমস্যা আৰু ডাঙৰ বিপদত পৰা নাছিল। কোনো ডাঙৰ বিপদ বা সমস্যাৰ লগত ইয়াৰ তুলনা নাই। সীতা কোঠালৈ সোমাই অহাতহে তেওঁ যেন উশাহ পালে।

মলয়া তেতিয়াও থিয় হৈয়েই আছিল। সীতাই মলয়াক হাতত ধৰি লৈ আহি জীৱন মহন্তৰ সন্মুখৰ চোফাত বহি 'বহ' বুলি মলয়াকো বহুৱাই ললে। তাৰ পাচত মলয়াক কলে—'এখেতক কি বুলি মাতিবলৈ কওঁ বাৰু তোক! মই নিজেই একো সম্বোধন ধৰা নাই। সকৰে পৰা পোৱা হলে নিশ্চয় 'জয়দা' বুলি মাতিলোহেঁতেন!'

জীৱন মহন্ত আৰু সীতাহঁতৰ মাজত থকা কাৰুকাৰ্য্যখচিত চন্দন কাঠৰ সৰু মেজখনত থকা ফুলদানীটোত এথোপা ৰজনীগন্ধা ফুল। সীতাই ফুলখিনি এবাৰ টানি উলিয়াই মুখৰ ওচৰলৈ নিলে। অলপ সময় সেইদৰে থাকি আকৌ ফুলদানীটোত গুজি দিলে।

সীতাই ব্যৱহাৰ কৰা চেন্টৰ গন্ধটিৰ লগত জীৱন মহন্তৰ নিবিড় সম্পৰ্ক আছিল। সীতাও যেন তেওঁৰ নতুন চিনাকী নহয়। এই ৰজনীগন্ধা ফুলখিনিয়ে যেন নিৰবে উচুপি উচুপি কৈছে – তুমি তোমাৰ ফুলৰ জীৱনটো নিজেই নিৰ্জীৱ কৰিলা।

ইমান সময়ে কোনেও একো মাত্ত মতা নাছিল। পৰিৱেশটো অত্যন্ত গধুৰ ও অসহ্য কৰি তুলিছে সীতাৰ গাৰ পৰা বৈ বৈ বৈ অহা সুগন্ধটিয়ে ও মেজত থকা ৰজনীগন্ধা ফুলথিনিয়ে। জীৱন মহন্তই লাহেকৈ কলে—

'মই বেছি সময় বহিব নোৱাৰিম।'

সীতাই তেওঁ কোৱা এই কথাবাৰৰ অথ বুজ পায়—অৰ্থাৎ তুমি কি কৰলৈ মাতিছা কোৱা। সেয়ে সীতাই কলে—'আপোনাৰ লগত এইৰ পৰিচয় কৰি দিবৰ বাবে আপোনাক মাতিছিলো। আপুনি আমাৰ কোন এইক কৈছো। এই বিশ্বাস নকৰে। মাৰ ডায়েৰীখন পঢ়িবলৈ কৈছো সেইখনো নপঢ়ে। মই এইক তপতে তপকে এইবোৰ নকলো-হেঁতেন, কিন্তু এই পাপাৰ মৃত্যুত খাবলৈ ববলৈ এৰি দিছে'। পাপাই এইক অত্যন্ত মৰম কৰিছিলতো! পাপাৰ মৃত্যুত ভাগি পৰা স্বাভাবিক। সেইবুলি ব্ৰত লঘোনবতো কথা নহয়। সেয়ে কৈছিলো আমাৰ জন্মদাতা...'

সীতাৰ কথা সমাপ্ত হোৱাৰ আগতেই মলয়া খপহকৈ থিয় হৈ কোঠাৰ পৰা ওলাই গল। সীতায়ো কথা সমাপ্ত নকৰি বৈ দিলে। মলয়া ওলাই যোৱা ফালে চাই জীৱন মহন্তই চকু তললৈ নমালে। সীতাই কলে—'মই বৰ্ত্তমান সকলো সহজ ভাবে লব পাৰিছো। প্ৰথমতে ময়ো ভীষণ উত্তেজিত হৈছিলো। মোৰ উত্তেজনাই মাৰ মৃত্যুৰ কাৰণ হল।'

'তাৰ মানে—?'

কিছুসময় সীতাৰ মুখলৈ চাই থাকি আকৌ জীৱন মহন্তই উৎকণ্ঠাৰে প্ৰশ্ন কৰিলে—

'তুমি কি কৈছা?'

তেওঁৰ আতঙ্কিত মুখলৈ চাই সীতাই পাতল ভাবে কলে—

'মোৰ সকলো উত্তেজনা এতিয়া বৰফ হৈ পৰিল। আপোনাৰ ওপৰত অমূলক কোনো আক্ৰোশ নাই। মই নিজে বুজিব পৰা নাই আপোনাক মই কি ভাবে গ্ৰহণ কৰিছো।'

সীতাৰ দীৰ্ঘ নিশ্বাস পৰিল। কিছু সময় জীৱন মহন্তৰ সেওঁতাটোৰ ফালে চাই থাকিল। কপালৰ সোঁফালে সৰু চিনটো দেখেনেকি চালে। নেদেখিলে। হয়তো কপালত পৰিথকা চুলিখিনিয়ে ঢাকি থৈছে। নহলে সৰু বাবে ইমান দূৰৰ পৰা চকুত পৰা নাই। এইবাৰ সীতাই তেওঁৰ হাতখনলৈ চালে—আঙুলিত ৰঙা পাথৰ দিয়া আঙঠিটো নাই। তেওঁৰ হাতত আঙঠি নায়েই। সীতাই এইবাৰ গধুৰ মাতেৰে কলে—

'মোৰ নাম সীতা ৰাজখোৱা। মায়ে মৰমতে সীতু বুলি মাতিছিল। ভাইৰ নাম মলয়া। মৰমতে মলয় বুলি মাতিছিল। আমি দুয়োজনী এদিন আচামীৰ কাঠগড়ালত হয়তো থিয় হব লগীয়া হব। মলয়কতো সন্দেহজনক বুলি গ্ৰেপ্তাৰ কৰিছিলেই। আমি পিতৃ মাতৃ হত্যাৰ অপৰাধত* আপোনাৰ সমুখত বিচাৰৰ বাবে থিয় হমগৈ। আপুনি সেই সময়ত আমাৰ মুখলৈ নাচাব। কোনোদিনেই আপুনিতো আমাৰ মুখ চাব খোজা নাছিল। মায়ে আমাৰ নাম কি থৈছিল তাকো জনাৰ প্ৰয়োজন বোধ কৰা নাছিল। আমি আপোনাৰ ওচৰত তেনেকৈয়ে থাকিব খোজো। আপোনাক ইয়ালৈ মাতা বা মই গৈ আপোনাক বিচাৰি উলিয়াইছিলোগৈ বাবে নাভাবিব আমি আপোনাক দুৰ্ব্বল কৰি দুৰ্ব্বলতাৰ সুযোগ লৈ বাচি যাব খুজিছো।

সন্ধ্যাদীপ ৰাজখোৱাক হত্যা কৰা অপৰাধত মোক আচামীৰ কাঠগড়ালত দেখিলে এবাৰ মাথোন মালৈ মনত পেলাব। মাক বুজিবলৈ চেষ্টা কৰিব। মায়ে আপোনাৰ ওচৰত কি বিচাৰিছিল। এবাৰ গভীৰ প্ৰেমে বুকু ভেদিবলৈ হলে সেই বুকু চিৰ দিনলৈ শূন্য হৈ পৰে। সেই পুৰি কলিজা ছাই হৈ যায়। তাত আৰু কোনো গভীৰ অনুভূতিয়ে ঠাই পাব নোৱাৰে। প্ৰকৃত প্ৰেম, গভীৰ প্ৰেমে এবাৰহে হৃদয় পৰশিব পাৰে।

মাৰ ডায়েৰী পঢ়িলে লোকে ভাবিব উদভ্ৰান্ত ভাবে বাৰে বাৰে প্ৰেমত পৰা মাৰ ব্যাধি হৈ পৰিছিল। কিন্তু সি মিছা। মাৰ পুৰি ছাই হৈ

যোৱা বুকু, শূন্য বুকুত মায়ে জীয়াই থকাৰ শক্তি বিচাৰিছিল। আনহাতে পাপাৰ আদেশ অনুৰোধ ৰক্ষা কৰিছিল।'

সীতাই এইবাৰ অন্তস্বৰে কলে—'মাক বুজিবলৈ মন যোৱা নাইনে? পাপায়েই বুদ্ধি কৰি মাৰ কাষলৈ আপোনাক আনিছিল। কিন্তু—

'সীতা?'

'কওঁক!'

'মই এইবোৰ জানি বুজিনো কি কৰিম?'

জীৱন মহন্তই কথাষাৰ কৈ বৰ অসহায় ভাবে সীতালৈ চালে। সীতাই বুজিলে তেওঁ যে মাকৰ প্ৰসঙ্গ তল পেলাবলৈ এইদৰে কৈছে। তেওঁৰ মনত কাকূতি। তেওঁৰ উজ্বল চকুযোৰো ম্লান পৰি আছিল। তাৰ পাচত গধুৰ ভাবে কলে—

'তুমি মোৰ ওপৰত প্ৰতিশোধ লৈছা।'

'কিয় এনেকৈ কৈছে?'

'তুমি যিদৰে নিজক মোৰ ওচৰত হত্যাকাৰী ৰূপে ডাঙি ধৰিছা তোমাৰ চকুৱেতো সেই কথা নকয়।'

'আপোনাৰ ওপৰত কিহৰ প্ৰতিশোধ লম? এই পৰিমিত আপোনাৰ অপৰাধেই মই বিচাৰি পোৱা নাই। মা-পাপাৰ হত্যাকাৰী কোন আজিও ধৰা নপৰিল। আপোনাক মাথোন কথাষাৰ কৈ থৈছো। পুলিচ পক্ষই মোলৈ প্ৰশ্ন বাণ মাৰি মাৰি মোক থকা সৰকা কৰিছিল। মা আমাতকৈ সুন্দৰী থকা বাবে মই বোলে মাক হিংসা কৰিছিলো।'

'এই হত্যাকাণ্ডৰ সচা নায়ক নিশ্চয় ওলাব। তুমি কিয় ভয় কৰিছা?'

জীৱন মহন্তৰ এই কথাত সীতাই অকণমান হাঁহিলে। জীৱন মহন্তৰ এনে লাগিল সীতাৰ এই হাঁহি বেচ অৰ্থপূৰ্ণ যেন। কিন্তু তাৰ অৰ্থ কি হব পাৰে তেওঁ বুজিব নোৱাৰিলে। তেওঁ প্ৰথমৰে পৰা দেখি শুনি বুজিছে ছোৱালীজনী অদ্ভুত স্পষ্টবাদী। মাক-দেউতাকৰ প্ৰেমৰ অধ্যায়টো

সেইভাকথা সম্পৰ্কত আলোচনাৰ শুৰুত কৈ মোৰ ভুল দেখুৱাৰ পৰা হোৱালীজনীক তেওঁ কোনো কথাৰে কোনো প্ৰশ্ন কৰিব নোখোজে।

জীৱন মহন্তই সীতাৰ মুখত চকু থৈ কলে—

'সত্যব্ৰতৰ তাত তোমাৰ এখন আধা আঁকা ছবি পোৱা হৈছে। ছবিখন আঁকিবলৈ লোৱা দিন হৈছিল। আধা অঁকাকৈ পেলাই থৈছিল কিয় তুমি বাক কিবা অনুমান কৰিব পাৰিছানে?'

'তেওঁৰ মনত নকৈ ফুলা অজস্ৰ ফুলে মোক তল পেলাই দিছিল। মানুহক ফুলেৰে মৰিলেহে ঢাকে নহয় জানো? ঠিক তেনে হল কথাটো। সেয়ে তেওঁ মোক আঁকা আৰু সমাপ্ত কৰিব নোৱাৰিলে।'

'তুমি কেনেকৈ জানিলা। অলপতে তুমি তেওঁৰ ঘৰলৈ গৈছিলানেকি?'

'নাই যোৱা।'

'তেন্তে তুমি কেনেকৈ জানিলা?'

'কি?'

'তোমাৰ আধা আঁকা ছবিখন কেনভাচৰ ওপৰৰ পৰা আতৰাই থৈছিল। সেই ছবিখন ঢকা আছিল এখন বগা কাপোৰেৰে। কেনভাচৰ ওপৰত অৰা আছিল আন এখন ছবি। সেইখন আছিল এখন বিলনে এটা পুখুৰীত ফুলি থকা এসোপা ভেট ফুলৰ। এই দৃশ্যটো এনে স্বাভাবিক আছিল যে দেখোতে এনে লাগিছিল যেন মই পুখুৰীটোৰ পাৰতহে থিয় হৈ আছো। ছবিখন আঁকা কিন্তু দিন হৈছিল।'

'আমাৰ ঘৰৰ দুৰ্ঘটনা হোৱাৰ আগতেই আঁকা।'

কথাষাৰ কৈ সীতা অন্যমনস্ক হৈ পৰিল। নিজৰে অজ্ঞাতে তেওঁ দীৰ্ঘ নিশ্বাস এৰি কলে—

'শিল্পী সত্যব্ৰতে যাক তেওঁৰ তুলিকাত ফুটাব খোজে প্ৰথমে তেওঁক কলিজাত আঁকি লয়। কলিজাতো আৰু যাকে তাকে আঁকি লব পৰা কথা নহয়। সেয়ে তেওঁ বোলে মানুহৰ প্ৰতিচ্ছবি আঁকা কম। মোক বোধ হয় কলিজাত আঁকি লব পৰা নাছিল।'

সীতাই জীৱন মহন্তৰ কামিজৰ বুটাম এটাৰ ওপৰত চকু থৈ কৈ গল—'আমাৰ এটা কোঠাত আপুনি জানো দেখিছেনে নাই! পাপাৰ পূৰ্ব্ব পুৰুষসকলৰ অয়েল পেইন্‌টিং আছে। ইয়াত মা-পাপাৰ যুগল ছবি থকাৰ কথা। কিন্তু তাত তেওঁ অকল মাৰ ছবি এখন আঁকি থৈছে।'

কথাষাৰ কৈ সীতাই জয় মহন্তক সুধিলে—'চাবনেকি?' ঘপহকৈ দেখিলে এনে লাগে যেন তেজ-মঙহৰ মা থিয় হৈ আছে। মাৰ মুখ বিষণ্ণ। মায়ে যেন অহৰহ কৈ আছে— শুনা মোৰ কথা শুনা। মোৰ বুকুত কি হৈছে বুজিবলৈ চেষ্টা কৰাচোন। মোক কিয় ইমান শাস্তি দিছা?

মই কেতিয়াবা এই ছবিখনৰ ওচৰত বওঁগৈ। ছবিখনে মোক যেন কয়—'সীতু মা তোক মই মোৰ গোটেই কেইটা লবা-ছোৱালীতকৈ বেছি মৰম কৰিছিলো। তই তাৰ প্ৰতিদান মোক কি দিলি?'

কথাষাৰ কৈ সীতাই জীৱন মহন্তৰ মুখলৈ চালে। তেওঁ নিজৰ ভৰিত পিন্ধিথকা জোতাৰ আগটোত চকু থৈ তন্ময় ভাবে কিবা ভাবি আছে। জয় মহন্তৰ জোতাযোৰত চকু থৈ সীতাই কলে—

'সত্যব্ৰতৰ মনত অগণন ফুলে পাহি মেলি ফুলি উঠিছিল। তেওঁৰ মন নিশ্চয় পূৰ্ণ হৈছিল। তেওঁ আঁকা ফুল-ফুলা ছবিত আধা-ফুলা ফুলৰ বা ফুল কলি নিশ্চয় নাছিল।'

কথাৰ সুৰ বদলাই এইবাৰ সীতাই কলে—'আপোনাক নিমন্ত্ৰণ নকৰাকৈ ভাত খাই যাবলৈ যদি কওঁ বেয়া পাব নেকি?'

সীতাৰ প্ৰশ্নত জয় মহন্তক বৰ দুখী যেন দেখা গল। তেওঁ যেন সৰ্ব্বহাৰা এক নগণ্য ব্যক্তি। মেজৰ ৰজনীগন্ধা ফুলখিনিত চকু থৈ তেওঁ কলে—

'এতিয়া মোৰ ভাত খাবৰ হোৱা নাই।'

'আপুনি কিমান সময়ত খায়?'

'বহু দেৰিকৈ পাচত।'

'ৰাতিৰ আহাৰ বোলে দেৰিকৈ কৰা স্বাস্থ্যৰ বাবে ভালো নহয়।'

'সীতা?'

'কওঁক।'

'মলয়ক তুমি একো বুজাবলৈ চেষ্টা নকৰিবা।'

'আপুনি তাইক বেয়া নাপাব। তাই এখন বেলেগ ৰাজ্যত থাকে। আমাৰ ৰাজ্যত তাই অহল্যা। তাই একো বুজিবলৈ বা জানিবলৈ নিবিচাৰে। আনে জনালে বা বুজাবলৈ চেষ্টা কৰিলে তাই বিৰক্ত হয়।'

'মই উঠো এতিয়া?'

'আপুনি আজি ভাত খাই যাব লাগিব। আপুনি বোলে ঢেকীয়া শাক, সৰু মাছ এইবোৰ ভাল পায়? আমাৰ ঘৰত আজি দুয়োটা আছে।'

সীতাৰ হেপাহ আৰু আন্তৰিকতাই জীৱন মহন্তৰ চকু সেমেকালে। নিজক তেওঁৰ বৰ দুৰ্ভগীয়া যেন লাগিল। ইস্ কি ভুলেই তেওঁ নকৰিলে! সোতৰ বছৰ আগৰ বৃষ্টিমুখৰ এটি সন্ধ্যাৰ কথা তেওঁৰ মানস পটত ভাহি উঠিল। এইটো কোঠাতে তেওঁ আৰু সন্ধ্যাদীপ বহি আছিল। বাহিৰত দবাপিটা বৰষুণ। বৰষুণৰ বাবেই তেওঁ আৱদ্ধ হৈ গৈছিল। ইচ্ছাকৰা হলে সন্ধ্যাদীপে তেওঁক গাড়ী দি থোৱাব পাৰিলে-হেঁতেন। কিন্তু সেইটো তেওঁ নকৰে। তেওঁ আৱদ্ধ হৈ বৈ থোৱাটো সন্ধ্যাদীপৰ পক্ষে শান্তিদায়ক কথা আছিল। তেওঁ তেওঁক সৰ্ব্বক্ষণ কাষত পাবলৈ বিচাৰে। বৰষুণ দি নথকা হলে তেওঁ ঘপহকৈ উঠি 'যাওঁ' বুলি গুচি গলহেঁতেন। সদায় তেওঁ সন্ধ্যাৰ ওচৰৰ পৰা তেনেকৈয়ে যায়। ভাল মনে কোনোদিন সন্ধ্যাই তেওঁক বিদায় সম্ভাষণ নজনায়। তেওঁৰ বাবে বৰষুণত তিতা, ৰ'দত শুকুৱা কোনো কথা নহয়। বা মনলৈও নাহে.বতৰৰ কথা। কিন্তু সেই কথাৰ লগত এই কথাৰ কোনো সম্বন্ধ নাই। তেওঁ এতিয়া সন্ধ্যাদীপ ৰাজখোৱাৰ সমুখত বহি আছে। ছাত্রনেতা হিচাবেতো দেশৰ ভবিষ্যত ছাত্রসকলৰ সম্মুখত ,বহি দেশৰ অৱস্থা, অবিচাৰ, অত্যাচাৰ, আকাল অন্নবিধাৰ কোনো সমস্যাৰ

সমালোচনা কৰা নাই। সমূহ দেশবাসীৰ মুখৰ ওপৰৰ পৰা চপৰা চপৰ ক'লা ডাৱৰবোৰ কেনেকৈ আতৰাব পাৰি তাৰ প্ৰতিকাৰৰ উপায় বিচাৰি ছাত্ৰ-বন্ধুসকলৰ ওচৰত বহি থকা নাই। তেওঁ বহি আছে সন্ধ্যাদীপ ৰাজখোৱাৰ ছবি ছবি লগা এই ঘৰটিত। ঐশ্বৰ্য্যৰ গাদীত বহি থকা সন্ধ্যাদীপ ৰাজখোৱাৰ কাষত।

কোনোবা সময়ত সন্ধ্যাদীপ তেওঁৰ ওচৰত অসহ্য হয়। সন্ধ্যাদীপৰ দামী সাজ-পাৰ। সুগন্ধী দামী চেন্ট। অলঙ্কাৰৰ বোজা আৰু সন্ধ্যাদীপৰ আভিজাত্যৰ অভিৰুচি মতে সজাই থোৱা ঘৰটোৰ মাজত সন্ধ্যাক তেওঁ আপোন ভাবে লব নোৱাৰে। দুখীয়াৰ ঘৰৰ দুঃখী প্ৰাণী হিচাবে সন্ধ্যাক কল্পনা কৰি চালেহে তেওঁৰ সন্ধ্যাক আপোন আপোন লাগে।

সেই সন্ধ্যা অৰণ্যে 'সন্ধ্যাদীপক বৰ দুঃখী নিসঙ্গী শূন্য হৃদয়ৰ দৰে লাগিছিল। এই অট্টালিকা, এই ঐশ্বৰ্য্যৰ পৰা তেওঁ যেন বহুত দূৰত। বিষণ্ন মুখৰে অপলক নেত্ৰে সন্ধ্যাই তেওঁৰ মুখলৈ চাই থাকি মাত দিছিল—

'জয় ?'

সন্ধ্যাৰ অত্যন্ত কোমল এই মাতৰ তেওঁ কোনো প্ৰত্যুত্তৰ দিয়া নাছিল। সন্ধ্যাই আকৌ কলে—

'জয়, বলানা কৰবালৈ গুচি যাওঁ। ইমান ডাঙৰ পৃথিৱীখন; এই পৃথিৱীৰ এঠাইত আমি হেৰাই যাওঁ। গোটেই জীৱন চলি যাব পৰাকৈ মোৰ হাতত সম্বল আছে। আমি অকণ ঠাই নাপামনে? য'ত তুমি আৰু মই এইদৰে নিৰলে থাকিব পাৰিম। নিবিড় ভাবে ইজনে সিজনক পাম। বাধা নাই। ভয় নাই। সঙ্কোচ নাই। এনে ঠাইত সপোনৰ কাৰেং দিঠকত সাজোঁগৈ।'

এইবাৰো তেওঁ একো মাত মতা নাছিল। সন্ধ্যাই আকৌ কলে— 'তোমাৰ সন্তানক তোমাৰ মতে গঢ়িব ইয়াত পাৰিমনে?' এই সন্তানৰ হাঁহিত তুমি আৰু মই একেলগে হাঁহিবলৈ পামনে? এই

সন্তানৰ অসুখ অশান্তি বা আপদ বিপদত মোৰ মনত শক্তি দিবলৈ তুমিতো কাষত নাথাকিবা।'

তেতিয়াও একো নমতাত সন্ধ্যাই কলে—'তুমি নোৱাৰা। তুমি বৰ আত্মসচেতন। তুমি তোমাৰ নাম যশত চেকা লগাব নোৱাৰা। নাম যশ খ্যাতি খাতিৰৰ পৰা পোৱা সুখ আনন্দই তোমাৰ কাম্য। মই তোমাৰ জীৱন পাত্ৰত ওবে জীৱন বুকুৰ অমৃতেই ঢালি গলোহেঁতেন। তোমাৰ দৰে পুত্ৰ পিতৃ-মাতৃয়ে পুণ্যৰ বলত লাভ কৰে। তোমাৰ মা পুণ্যৱতী, সৌভাগ্যৱতী।'

দুৱাৰ খুলি কোনোবা সোমাই অহাত জয় মহন্ত বাস্তৱ জগতৰ পৰা বৰ্ত্তমানলৈ ঘূৰি আহে। মিনিয়ে ট্ৰেখন লাহেকৈ মেজৰ ওপৰত থৈ গুলাই গল। সীতাই চাহ একাপ জয় মহন্তৰ ফালে আগবঢ়াই দিলে। লস্কৰা আৰু কিবা কিবি দুই এটা সজাই অনা থালখন সীতাই জয় মহন্তৰ আগত ডাণ্ডি ধৰি কলে—'লস্কৰা কেইটা খাব। আপুনি আহিব বুলি কৰি ৰাখিছিলো। বাকীবোৰ নাখাব। অলপ পাচতে ভাত খাব।'

সীতাই ডাণ্ডি ধৰা থালৰ পৰা লস্কৰা এটা তুলি লৈ জয় মহন্তই সীতাক সুধিলে—

'এই ঘৰত কোন কোন আছে? চাহ দি যোৱা ছোৱালীজনী কোন?'

'সকৰে পৰা এই আমাৰ ঘৰতে আছে। তাই কাৰ ঘৰৰ ছোৱালী তাই নিজেই নাজানে। আমিও নাজানো। মলয়ৰ বাদে আৰু চাৰিটা ভাই-ভনী আছে।' সীতায়েও জোনালীৰ লেখ নিদিলে।

'বাহিৰা মানুহ?'

'বাহিৰা মানুহ আগৰখিনিয়েই আছে। আজি দুদিনৰ আগৰ পৰা এজন আলহী আছে। আপোনাৰ লগত চিনাকি কৰি দিছো' বুলি সীতা বহাৰ পৰা উঠিল। জীৱন মহন্তই বাধা দি কলে—

'নালাগে থাকক। তেওঁ তোমালোকৰ আত্মীয়?'

'অনাত্মীয়। সম্পূৰ্ণ অজানাও।' সীতাই ইচ্ছাকৰি সম্পূৰ্ণ অজানা শব্দটোত জোৰ দিছিল।

'অলপ চাই চিন্তি চলিবা' বুলি আৰু কিবা কৰলৈ লৈ কথাষাৰ সম্পূৰ্ণ কৰিব নোৱাৰি জীৱন মহন্ত বৈ গল।' বুকুৰ পৰা একান্ত আন্তৰিকতাৰে ওলাই অহা কথাষাৰ ডিঙিতে কোনোবাই চেপি ধৰি যেন মনে মনে তেওঁক কলে—

এইদৰে কৈ সীতাৰ ওচৰত সক হব নালাগে।

* * * * *

এই ফুলা এপাহ ফুলৰ স্নিগ্ধ পবিত্ৰতাৰে পূৰ্ণ মুখখনিৰে মলয়া আহি আশিষৰ সমুখত থিয় হলহি। ইমান সময় মলয়া কোঠাৰ দুৱাৰ মাৰি নিৰলে কোঠাত সোমাই আছিল। এইদৰে সুন্দৰৰ লগত যোগাযোগ কৰিবলৈ সমৰ্থ হোৱা বুলি মলয়ৰ দৃঢ় বিশ্বাস। তেওঁ একান্ত ভাবে স্মৰণকৰা কৃষ্ণ তেওঁৰ ওচৰলৈ আহে বুলিও মলয়ৰ বিশ্বাস। সেয়ে কোঠাৰ পৰা ওলাই অহাৰ পাচত মলয়ৰ মুখ শিশুৰ মুখৰ দৰে নিষ্পাপ ও অবোধ যেন লাগে। আশিষে মলয়ৰ মুখলৈ চাই থাকি সুধিলে—

'কিবা কবা।'

'অথনিৰে পৰা আপুনি ইয়াতে থিয় হৈ আছেনেকি? বহিব বলক। আপোনাক কব লগীয়া কথা এটা আছে বুলি মলয়াই আশিষক সীতা আৰু তেওঁৰ কোঠালৈ লৈ গল। এই কোঠাৰ দুকাষে থকা দুখন বিছনাৰ এখন বিছনা সুন্দৰ ভাবে পাৰি থোৱা। আনখন বিশৃঙ্খল ভাবে পৰি আছে। গাৰু দুটাৰ এটা শিতানত, এটা পঠানত। বিছনাৰ ওপৰত সীতাই পাচবেলা সলাই যোৱা পোছাক। বেড্‌কভাৰখন একালে চাক খাই আছে একালে কোচ খাই আছে। বেড্‌কভাৰৰ তলৰ পৰা গাৰু দুটা টানি আনোতেই সম্ভৱ এনে হল। বিছনাৰ একাষে কিবা কিতাপ এখন পৰি আছে।

'এইটো মোৰ ও সীতাৰ কোঠা।' মলয়াই কলে। তাৰ পাচত চকী এখনৰ পিঠিত হাতদি কলে—

'বহক।'

আৰ্শিষে চকীখনৰ ফালে চাইছিল যদিও সেইফালে নগৈ বিশৃংখল হৈ থকা বিছনাখনৰ ফালে আগবাঢ়িল। কিতাপখন তুলি লৈ বিছনাতে তেওঁ বহিল। ওপৰে ওপৰে কিতাপখনত চকু ফুৰাই মলয়াক কলে—

'কোৱা।'

মলয়াই আনখন বিছনাত বহি পূৰ্ণ দৃষ্টিৰে আৰ্শিষৰ মুখলৈ চাই ৰল। আৰ্শিষে কিতাপৰ পাত লুটিয়াই থাকিল। সম্ভৱ সীতাই কি পঢ়ে চাই সীতাৰ মনোভাব বুজিবলৈ চেষ্টা কৰিছে। মলয়াই লাহেকৈ সুধিলে—

'আপুনি বাৰু সীতাবাক্ কেনে দেখে?'

'তোমালোক দুয়োজনীতো দেখাত একে। কিয় সুধিলা?'

'কথা এটা ভাবিছিলো। আপুনি বেয়া পাবনেকি?'

'বেয়া পাব লগীয়া তুমি কিনো কবা?'

'কোন কোন আছে আপোনাৰ?'

'মা, দাদা-বৌ। কিয় তুমিতো আমাৰ সকলোকে পাইছা?'

'সকলো কথা মোৰ মনত নাই। আপুনি আপোনাৰ মাক কিমান ভক্তি কৰে, ভাল পায় এই কথাৰ ওপৰতে মোৰ আশা সম্ভৱনে অসম্ভৱ নিৰ্ভৰ কৰিব।'

'এজন সুস্থ মনৰ পুত্ৰই মাকক যিদৰে চায়ময়ো সেইদৰেই চাওঁ।'

'তেখেতৰ সুখ-দুখৰ ওপৰত নিৰ্ভৰ কৰি নিশ্চয় নিজক পৰিচালিত কৰে?'

'আমি কিবা কৰিবলৈ লওঁতে মায়ে সেই কথাত সুখ পাবনে দুঃখ পাব ভাবো। কিয় সুধিলা?'

মলয়া বহাৰ পৰা উঠি আহি আৰ্শিষৰ সমুখত থিয় হলহি। আৰ্শিষৰ মুৰত পৰি থকা সক মাটি বস্তৰ পখিলানে কি সেইটো আতৰাই

দি কলে—'এইটো বোধহয় বহুত সময় আপোনাৰ মূৰত পৰি আছিল। কোঠাৰ ভিতৰলৈতো ইহঁত প্ৰবেশ কৰিব নোৱাৰে।'

কথাবাৰ কৈ মলয়া দুৱাৰ খুলি বাহিৰলৈ ওলাই গল। পখিলানে কি সেইটো কু মাৰি এবি দি আকৌ আছি আগৰ ঠাইত বহিলহি। আৰ্শিৰ মুখলৈ চাই থাকি সুধিলে—

'সীতাবায়ে কিয় মাৰ ডায়েৰীখন আপোনাক দেখুৱালে?'

'কিয় দেখুৱালে বাক?' আৰ্শিৰে মলয়ক ঘূৰাই প্ৰশ্ন কৰিলে।

'একান্ত আপোনজন নহলে মানুহে নিজৰ মনৰ গভীৰ কোণৰ কথা নকয় বোধ হয়। অৱশ্যে এইবোৰ কথাৰ মোৰ কোনো অভিজ্ঞতা নাই। ইমান দিনে মই মোৰ কিতাপ আৰু মোৰ বিশ্বাসকে লৈ ব্যস্ত আছিলো। মোৰ বিশ্বাস সকলোৰে বাবে অস্বাভাবিক, অসম্ভৱ। কিন্তু মোৰ মূৰত মোৰ মনত এয়ে সত্য আছিল।'

মলয়াই তেওঁৰ বিশ্বাস বুলি কি বুজাব খুজিছে আৰ্শিৰে জানে। মলয়াই কৃষ্ণক এদিন পাব—এই বিশ্বাস মলয়াৰ। মলয়াই কথাৰ সুৰ বদলাই আকৌ কলে, 'সীতাবায়ে বাৰু এইবোৰ কি কৰিছে? এই মানুহজনক কিয় ঘৰলৈ মাতি আনিছে। সমুখা সমুখিকৈ বহি কিয় কথা পাতি থাকিব লাগে। ইমান কথাই বা কি? সত্য কথা হলেও এই অধ্যায় ইমানতে সমাপ্ত হবলৈ দিব লাগিছিল। তেখেত আমাৰ পিতৃ হলেও সমাজত স্বীকৃতি দিব নোৱাৰে যেতিয়া, ইচ্ছাহলেও আমাৰ ওচৰত থাকিব নোৱাৰে যেতিয়া এই সমস্ত জনাই তেখেতক দুখ দিয়াহে হৈছে।'

'সীতাই কোনো কথাই দকৈ ভাবি নাচায়।' আৰ্শিৰে কলে।

'সেইটো নহয়। সীতাবা প্ৰতিশোধ প্ৰিয় হৈ পৰিছে।'

অন্য প্ৰসঙ্গলৈ আহি মলয়াই কলে—'যোৱাবাৰ ঘৰলৈ আহি—অৰ্থাৎ ৰিবাৰ মই মাক শেষ বাৰলৈ পাওঁ সেইবাৰ মাক দেখি এনে লাগিছিল যেন মায়ে আমাক ভয় কৰিছিল হয়তো মায়ে সন্দেহ কৰিছিল ইতিমধ্যে আমি আমাৰ জন্ম ৰহস্যৰ সন্ধান কেনেবাকৈ পালোনেকি বুলি।'

'সন্দেহ হবলৈওতো কাৰণ লাগে।'

'হয়তো মায়ে ডায়েৰীখন বিচাৰি নাপাইছিল। হয়তো কোনোবাই চোৰা চিঠি পাইছিল। সীতাইতো সেইখন মাৰ বৰ্ত্তমানতে পঢ়িছিল।'

অলপ সময় মনে মনে থাকি মলয়া আকৌ অন্য প্ৰসঙ্গলৈ আহিল। তেওঁ কলে—'মাক পাপাই হত্যা কৰা কথা। অৰ্থাৎ পাপাই মাক কুন্তি হবলৈ নিৰ্দেশ দিছিল ধৰ্ম্মক ধ্যান ধৰি ধৰ্ম্মপুত্ৰক গৰ্ভত লবলৈ। বায়ুক ধ্যান কৰি বায়ু পুত্ৰক গৰ্ভত লবলৈ সুবিধাবোৰতো পাপাইহে দিছিল। শান্তনু ৰজাৰ দুই বিধবা বোৱাৰীৰ পুত্ৰ কামনা কৰি শান্তু পদ্ম-গন্ধাই ব্যাসদেৱক মতাৰ দৰে, পাপাই পুত্ৰ কামনাৰেহে ব্যাস জয় মহন্তক মাৰ কাষলৈ আনিছিল। জয় মহন্তক মন প্ৰাণ সপি দি পাপাৰ কাষৰ পৰা মা আতৰি যাবৰ বাবে জয় মহন্তক পাপাই আদৰি অনা নাছিল। সেয়ে পাপাৰেই কাম আছিল মাক হত্যাকৰা। কিন্তু পাপাই এই কাৰ্য্য কৰা সম্ভৱ নহয়। পাপাই যদি মাক গুলিয়াই গৈ টোপনিৰ ভাও ধৰিলেগৈ তেন্তে নাজানো। যদি পাপাই মাক হত্যা কৰাই সত্য, তেন্তে পাপাক হত্যা কৰিলে কোনে? মাক যি মনে প্ৰাণে ভাল পাইছিল তেওঁ হব লাগিব।

মাক মনে প্ৰাণে বিচাৰিছিলনো কোনে? সেইজনেই নিশ্চয় মাৰ আন আন বন্ধুকো আতৰালে। কিন্তু... !'

চিন্তিত ভাবে মলয়া বৈ গল। আৰ্শিয়ে মলয়াৰ মুখলৈ চাই বল। কিন্তু বুলি বৈ একো নোকোৱাত আৰ্শিয়ে সুধিলে—

'কিন্তু বুলি বৈ গলা যে?'

'মানে—মানে মই মাক গুলি বিদ্ধ অৱস্থাত দেখি থমকি বৈ গৈছিলো। কিমান সময় জানো সেইদৰে বৈ আছিলো! তাৰ পাচত ভিতৰলৈ লৰি গৈ সীতাৰ গাত খুন্দা মাৰিছিলোগৈ। পৱনকো দেখাৰ দৰে লাগিছিল। জোনালীকো দেখিছিলো। তাই দুৱাৰখন ফাক কৰি বাহিৰলৈ চাইছিল।' দীৰ্ঘ নিশ্বাস এৰি মলয়াই কথাৰ সুৰ বদলাই কলে—'মায়ে সীতাবাইতক লগত ৰাখিয়েই ভুল কৰিছিল। সীতাবা

যদি ঘৰুৱা এই পৰিবেশৰ পৰা দূৰত থাকিলহেঁতেন, তেন্তে তেওঁ নিশ্চয় কৌতূহলী নহলহেঁতেন। কৌতূহলতে পৰ্দা ডাঙি মাক চালেগৈ। কৌতূহলতে নিজৰ জীৱন ৰহস্য বিচাৰি উলিয়ালে। মাক বোলে কেতিয়াবা বহীখন লৈ কিবা লিখি থকা দেখিছিল। প্ৰথমতে ভাবিছিল হয়তো চিঠি-পত্ৰ কিবা লিখিছে। কিন্তু এদিন বহীখন ততাতৈয়াকৈ সামৰি থোৱা দেখি সন্দেহ হল। সকলোতকৈ ডাঙৰ কথা ঘৰৰ পৰা দূৰত থকা হলে পৱনৰ লগত বন্ধুত্ব গঢ়ি তোলা নহলহেঁতেন। মাৰ এয়ো এক মহা ভুল হল সীতা ও পৱনৰ ওপৰত মায়ে চকু ৰখা নাছিল। হয়তো সীতাই পৱনৰ লগত নিবিড় সম্পৰ্ক গঢ়ি তোলা বুজিও এৰি দিছিল।'

'তুমিও মাৰৰ ডায়েৰীখন পঢ়িছানেকি ?'

'নাই পঢ়া।' মলয়ে কলে।

'মাৰক পাপাৰে অম্বা-অম্বালিকা কৰিবলৈ বিচৰা কেনেকৈ জানিলা ?'

'সীতাই সেইখন পঢ়িবলৈ জোৰ কৰিছিল। মই নপঢ়াত সেইখন তেওঁ নিজে পঢ়ি শুনাইছিল।'

মলয়াৰ মুখলৈ চাই থাকোতে হঠাৎ আৰ্শিৰৰ ভাব হল সুন্দৰী নাৰীয়ে এইদৰেই জুই হৈ জ্বলি তেওঁলোকক ছুগা কৰি মৃত্যুৰ মুখলৈ টানে। তেওঁ এয়া কি কৰিছে! কিয় তেওঁ মলয়ে কথা কওঁতে মলয়ৰ মুখলৈ চাই আছিল ? কিয় তেওঁ হেপাহেৰে তেওঁলোকৰ ইতিহাস শুনিছে। সাধাৰণ কৌতূহলত নিশ্চয় নহয়। ইয়াত আন্তৰিকতাৰ স্পৰ্শও আছে।

মলয়াই কিবা এটা কবলৈ লৈ এইবোৰ কথাৰ পাতনি মেলি আছে। কি কথা বা কব ? তেওঁ হয়তো অকঁৰা হৈ প্ৰতিশ্ৰুতি দি দিব। তেওঁৰ নিজকে অসহায়ৰ দৰে লগিল। তেওঁ কলে—

'কালিলৈ মই যামগৈ । তুমি অকণমান সহায় কৰি দিবা।'

'কি সহায় কৰাৰ কথা কৈছে ?'

'মই যোৱাত সীতাই চলে বলে বাধা দিব। মানে তেওঁ মই ইয়াত কিছুদিন থকাটো বিচাৰে।'

'আপুনি তেওঁক ভুল বুজিছে। আচলতে আপোনাক তেওঁৰ মনৰ সকলো কবৰ বাবেহে ৰাখি থৈছিল। তেওঁ তেওঁৰ মনৰ কথা কবলৈ কাকো পোৱা নাই। আচলতে তেওঁলৈ সহানুভূতিবেহে চাব লাগে। তেওঁ বৰ অসুখী।'

মলয়াৰ কথাই কেতিয়াবা আৰ্শিযক বুজাব খোজে মাক-দেউতাকক সীতাই হত্যা কৰিছে। আকৌ ইফালে কৈছে সীতালৈ সহানুভূতিৰে চাব লাগে। কেনে ধৰণৰ হত্যাকাৰীলৈ লোকে সহানুভূতিৰে চায় এই কথা তেওঁ নাজানে।

গভীৰ দৃষ্টিৰে মলয়ে আৰ্শিযৰ মুখলৈ চাই আছে। আৰ্শিযে কলে—

'সীতালৈ তুমি সহানুভূতিৰে চোৱাৰ কথা কৈছা। কি দুখৰ বাবে তেওঁলৈ সহানুভূতিৰে চাব লাগে মই বুজা নাই। সীতাতো আকাশত উৰি আছে।'

'আকাশত উৰি থকা যেন লাগে অৱশ্যে। আকাশত উৰি তেওঁ তেওঁৰ আকাশৰ সীমা বিচাৰিছে। মনৰ আলয় বিচাৰি নাপাই ঘূৰি ঘূৰি আলয় বিচাৰিছে। কোনে যে তেওঁক মৰমৰ আলয় দি ৰক্ষা কৰিব! দেহ মন শীতল কৰা সীতাৰা এছাতি মলয়া বতাহ। এই মৃদু মলয়াই যোৰ ৰূপেৰে ধুনুহাও।'

'তুমি বোধহয় সেই কথাই মোক কব খুজিছিলা?'

'তাকেই মই কব খুজিছিলো। ভাই ভনী সকলোৱে যদি আপোনাক আত্মীয় ৰূপে পালোহেঁতেন! কিন্তু···?'

অলপ বৈ মলয়ে আকৌ কলে—'কেৱল আপোনাৰ মনৰ ওপৰতে নিৰ্ভৰ নকৰিলে আপোনাৰ মাইঁজে নিশ্চয় অপযশে পোৱা এই ঘৰৰ লগত সমন্ধ কৰিবলৈ নিদিব।'

কোঠাৰ দুৱাৰ ঠেলি সীতা কোঠালৈ সোমাই আহিল। তেওঁ আহি আৰ্শিযৰ চুলিখিনি হাতেৰে লাহেকৈ ইফাল সিফাল কৰি দি কলে—

'আমাৰ স্বৰ্গ আমাৰ ধৰ্মক ভাত খুৱাই পঠালো।'

'কাক—?'

আৰ্শিয়ে বুজিও প্ৰশ্ন কৰিলে। বিদ্ৰূপৰ সুৰে সীতাই কলে—'কিয় পিতাক জানো পিতা স্বৰ্গ, পিতা ধৰ্ম, এনেকৈ মকৰ?'

'এনেকৈ কৈছো কিয়—?' উত্তাপহীন কণ্ঠেৰে মলয়ে কলে।

'তেওঁ জানো অলপ দোষী। মাৰ স্বীকাৰোক্তিত পাইছো প্ৰেমৰ অঙ্কুৰ মায়ে হৃদয়ত স্থাপন কৰিছিল। ধীৰে ধীৰে তাৰ গজালি মেলিছিল। তাৰ পাচতহে—কি বুলি যে কওঁ!! তাৰ মানে ক্ষন্তেকীয়া উত্তেজনাত আমাৰ জন্ম হয়। আগবঢ়াৰ শক্তি নহলে চৈলামাৰি আতৰি যাব লাগিছিল। মায়েতো জীৱনৰ বাবেই তেওঁৰ হৈ যাব খুজিছিল।'

'যোৱা কথা যাবলৈ দিব লাগে। কাৰ ভুল কাৰ দোষ বিচাৰ কৰি এতিয়া তুমি কি পাবা? মিছা-মিছি মানুহজনক মাৰাত আৰম্ভ কৰিছা। তুমি মাতিছা লৰি আহিছে। নাহিওতো পাৰে।'

'আহিবলৈ তেওঁ বাধ্য।'

'ইয়াত বাধ্য-বাধকতাৰ কি আছে? নাহিলে তেওঁৰো প্ৰাণ শেষ কৰাৰ ভয় দেখুৱা হৈছে নেকি?'

'মাৰ ডায়েৰীখন মোৰ হাতত আছে বুলি তেওঁ জানে। যত তেৰোঁ লিপিবদ্ধ হৈ আছে।'

'সেইখন যে তুমি হাটে বাটে প্ৰচাৰ কৰি নুফুৰা সেই কথাও তেওঁ বুজে।' আৰ্শিয়ে কলে।

'তোমাৰ ওচৰতো প্ৰকাশ কৰিলো' সীতাই কলে। তাৰ পাচত অকণ হাঁহি আকৌ কলে—'তুমি তেন্তে যেচ বুজিছা তুমি যে আমাৰ কলিজাৰ মানুহ।'

এইবাৰ সীতাই মলয়লৈ চাই মলয়ক উদ্দেশ্য কৰি কলে—'মোৰ কথাবোৰে নিশ্চয় কাড় হৈ তেওঁৰ হৃদয় বিন্ধিছে। আজি দেখিছো

পিন্ধি অহা চার্টটোত বুটাম এটা নাই। সেই কথা কৈ মই তেওঁক কৈছো—

'—আপোনাৰতো তেনেকৈ বয়স হোৱা নাই। লক্ষ্মী চাই ছোৱালী এজনী বিয়া কৰাই লওঁক। এইবোৰ কথাতে নহলে অসুবিধা হয়। তাতোকৈ বুঢ়াকালত আন্তৰিকতাৰে কোনে চাব! আদৰ যত্ন কোনে কৰিব? পৰতো কেতিয়াও আপোন হব নোৱাৰে। ভাত দি থাকোতে সময়মতে খাবলৈ কৈছো। শৰীৰৰ যত্ন লোৱাৰ কথা কৈছো। ঘিঁ মছলাবোৰ সৰহকৈ খাবলৈ মানা কৰিছো।'

'তুমি তোমাৰ পিতৃক লক্ষ্মী চাই ছোৱালী এজনী বিয়া কৰাবলৈ কৈছা?' আৰ্শিষে অবাক ভাবে সুধিলে। সীতাই কলে—'তেওঁ স্পষ্টবাদী। তেওঁৰ কন্যা মই—মোৰ স্পষ্ট কথাত তেওঁ অবাক নহয়। আজি ঘৰলৈ গৈ নিশ্চয় তেওঁৰ মোলৈ মনত পৰিব। লগতে মালৈও। মাৰ স্মৰণত তেওঁৰ বুকুখন শূণ্য শূণ্য ভাব হলে মাৰ অতৃপ্ত আত্মাই নিশ্চয় অকণ শান্তি পাব।'

'সত্য হলেও অপ্রিয় সত্য নোকোৱাই ভাল।' মলয়ে কলে।

অলপ সময় মলয়ৰ মুখলৈ চাই থাকি সীতাই অপ্ৰসন্ন মনে কলে—'ভইতো জীৱন ভৰ মনে মনেই থাকিলি। একো কথাতে মাত নিদিলি। ময়ো যদি তোৰ দৰে হলোহেঁতেন!! মোৰ দুৰ্ভাগ্য।

* * * *

খোৱাৰ শেষত আৰ্শিষে পিন্ধি থকা ঘড়ীটোলৈ চালে। দহ বাজিল।: টোপনিয়ে তেওঁৰ চকু টানি ধৰিছে। সীতাক কলে 'তোমাৰ কথা কালিলৈ শুনিলে নহবনে?' সীতাই কোৱাৰ আগতে মলয়ে কলে—'আপোনাৰ চকু দেখিয়েই বুজিছো। শুই থাকক গৈ যাওঁক।'

মলয়ৰ কথা শুনি সীতাই এবাৰ পাচলৈ ঘূৰি চাই আৰ্শিষৰ চকুত চকু থৈ কলে—'মোৰ এনে লাগিছে মোৰ যেন এযোৰ সজাগ চকুৱে সৰ্বক্ষণ লক্ষ্য কৰি আছে। মোৰ পাচকালে যেন মোৰ মৃত্যু থিয় হৈ আছে।

সেয়ে কৈছো এই নিশাই যি পাবা শুনা। কালিলৈ পুৱালৈ মই বাচি নাথাকিবও পাবো।'

সীতাব মাত গম্ভীব। চেহেবাও ক্লান্ত বিষণ্ণ। আশিষে কলে—'কিয় এনে ভাব আহিছে?'

'নাজানো' বুলি সীতা খোৱা টেবুলব পবা উঠি গল। মলয়াই কলে—

'কোনো দিন সীতাবাক এনে মুখব চেহেবাবে দেখা নাছিলো। তেওঁ যেন মহা সমস্যাত পৰিছে।'

'দেখাত তেনে যেনেই লাগিছে। মৃত্যু ভয়েই বা সীতাক কিয় পালে? মই ছাদত থাকিম। সীতাক কবা। কথাবাব কৈ আশিষ উঠি গল। মলয় খোৱা টেবুলতে অকলৈ বহি বল।

লাহে লাহে মলয়ব কালে মিনি আগবাঢ়ি আহিল। মলয়ব ওচবব চকীখনত মিনি বহিল। ইফালে সিফালে এবাব চাই মলয়ক কলে—'কথা এটা কলোহেতেন।'

'কোৱা'

'পৰনক কিবা প্রকাবেবে বাক বিদায় দিব নোৱাবিনে? সীতাব ওপবত তেওঁবহে যেন স্বত্ব। কেনেকৈ সজাগ দৃষ্টি বাখিছে যেন সীতাই কাকো ভাল নাপাব। কাবো লগত কথা নহব। আজি পুৱা বেলাব পবা এনে ভাবে আছে যেন আলছী লবাজন তেওঁব শত্রুহে।'

অলপ সময় মনে মনে থাকি শেষত মলয়ে কলে—'আমাব এজন ককাই যদি থাকিলহেতেন! আমি দুজনীয়েনো তেওঁক কেনেকৈ আঁতবাম! তাতে পৰনেতো আমাব তেনে শত্রুতা কবা নাই।'

'আক বাকী আছেনে?'

কথাবাব কৈ মিনি মলয়ব ওচবব পবা আতবি গল। সম্ভৱ পৰন সেইকালে অহা দেখি কথাব পাতনি মেলিয়েই উঠি গল।

মলয়া গল নিজব বিছনালৈ। সীতা প্রত্যেকটো ভাই ভনীব ওচবলৈ গল। শুই থকা জীতা নীনা চান চানিহঁতব কপালত চুমা খি

জোনালীৰ ওচৰলৈ গল। জোনালী শোৱা নাছিল। তাই বহী এখনত কিবা লিখি আছিল। সীতাই জোনালীৰ পৰা বহীখন লৈ চালে। জোনালীয়ে লিখিছে—জীৱনটো মিছা। মায়া' ভ্ৰম মাথোন। দুখ আৰু দুৰ্ভাৱনাৰ বাদে ইয়াত একো নাই। বিশেষকৈ মোৰ দৰে জীৱবোৰ ইয়াত থাকি কি লাভ। মুক্ত বায়ুত মুকলি মনে ফুৰাৰ আশাতে আছিলো। এতিয়া সেই আশাও সমাপ্ত হল। মোৰ মুখ মোৰ চেহেৰা কাগজত প্ৰকাশ হল। মোক যিয়ে ধৰি দিব পাৰিব কুৰি হাজাৰ টকা পুৰস্কাৰ পাব। মোৰ দাম ইমানেই। মই কাকো জয়ী হবলৈ নিদিওঁ।

বহীখন মেজত থৈ সীতাই জোনালীৰ মুখত হাত ফুৰাই দি মৰমেৰে কলে—'প্লাষ্টিক চাৰ্জাৰিৰ দ্বাৰা তোক ধুনীয়া জনী কৰি দিম। কাগজত প্ৰকাশ হোৱা তোৰ মুখৰ লগত সেই মুখৰ মিল নাথাকিব। তই মুক্ত মনে মুকলি বায়ুত ফুৰিবলৈ পাবি।' তাৰ পাচত কপালত চুমাদি কলে—'শুই থাক জোনা। মা-পাপাৰ এই কেচখন কি হয় হৈ লওঁক। তাৰ পাচত তোক লৈ মই ভাৰতৰ ধৰ্ম্ম মন্দিৰবোৰ ঘূৰিমগৈ। তোৰ বাক তই কৰা কামৰ বাবে অনুশোচনা হয়নে ?'

জোনালীয়ে মুৰ জোকাৰিলে। সীতাই কলে—'অনুশোচনা হোৱা নাই যদি পাপ হোৱা নাই। আমি সকলো ঠাইতে সেৱা জনাই ভগবানক কম আমাৰ মাক মুক্তি দিবলৈ। মা অতৃপ্ত আত্মাৰে মৰিছে। অতৃপ্ত আত্মাৰে মৰিলে বোলে মুক্তি নাপায়।'

ইয়াৰ পাচত সীতা মলয়ৰ ওচৰলৈ আহিল। টোপনিত নিমগ্ন মলয়ৰ ফুল ফুল লগা মুখলৈ চাই থাকি সীতাই দীৰ্ঘ নিশ্বাস এৰি মনতে কলে—তোৰ পাগলামিয়েই তোক শুদ্ধকৈ ৰাখিছে। ময়ো যদি তোৰ দৰে মিছা কিছু কল্পনালৈ বিভোৰ হৈ থাকিলোহেতেন!

মলয়ৰ মুখত হাত বুলাই সীতা কোঠাৰ পৰা ওলাই আহিল। কিছু সময় পাচফালৰ বাৰান্দাত থিয় হৈ থাকি ক্লান্ত ভাৱে পৱনৰ কোঠাৰ ফালে আগবাঢ়ি গল। পৱনৰ কোঠাত থকা চকী এখনত বহি অনুনয়ৰ সুৰত কলে—'আজি মালাগে দেই।'

ক্লান্ত দেহ মনৰ সীতাৰ এই কথাত পল্লন উত্তেজিত হৈ উঠিল। ঘপহকৈ শোৱাৰ পৰা উঠি আহি দুৱাৰৰ হুকটো লগালেছি। এক প্ৰকাৰৰ চোচোৰাই নিয়াৰ দৰে সীতাক টানি নিলে—'কৰ্ত্তব্য সমাধা কৰিবলৈ আহিছা যেতিয়া কৰ্ত্তব্যকে কৰা।' দাঁত চেপি পল্লনে কলে। 'যুদ্ধ কৰিছা কিয় ?' সীতা উচুপি উঠিল।

যুদ্ধৰ শেষত পৰাজয়ৰ গ্লানি লৈ হুক খুলি সীতা বাহিৰলৈ ওলাই আহিল। চেন্দেল চোচোৰাই চোচোৰাই ছাদলৈ উঠি গল। তেতিয়াও আৰ্শিষ ছাদৰ ওপৰত। তেওঁ গান্ধী আশ্ৰমৰ ফালে চাই আছে। চেন্দেল চোচোৰাই যোৱা শব্দ তেওঁৰ কাণত পৰা নাছিল। তেওঁৰা সেইফালে চাই থাকি কি ভাবত বিভোৰ হৈ আছিল। কিছুসময় তেওঁলৈ চাই থাকি খট্‌খটীৰ মূৰৰ পৰাই সীতা ঘূৰি আহিল। মাকৰ বেড্‌ৰুমত সোমাই উজ্জ্বল লাইটটো 'অফ' কৰি দি কম পাৱাৰৰ নীলা লাইটটো জ্বলালে। তাৰ পাচত আলমাৰিৰ ওপৰত থকা মাকৰ ফটোখনলৈ চালে। সেইফালে চাই থাকি অফুট স্বৰৰে কলে—মোলৈকে সৰ্ব্বক্ষণ চাই আছা। চাই থাকা। কিন্তু যি দুৰ্ঘটনা মোৰ হৈ গল, তাৰ পৰা তুমি মোক বচাব নোৱাৰা। মই কিন্তু তোমাক মুক্তি দিয়াৰ পণ কৰিছো। যি তোমাৰ ৰূপ যৌৱন ভোগৰ সামগ্ৰী বুলি মাথোন ভোগ কৰি গল, তোমাৰ হৃদয়লৈ চোৱাৰ প্ৰয়োজন বোধ নকৰিলে সিহঁত সকলো গল। মাথোন বৈ গল তেওঁ। তেওঁ আমাৰ জন্মদাতা বুলি তেওঁৰ প্ৰতি দুৰ্ব্বলতাত তেওঁক এৰা নাই। আমি জন্ম লোৱা ক্ষেত্ৰত কোনো মতেই তেওঁ দোষী হব নোৱাৰে যেন লাগে। ষড়যন্ত্ৰ কৰি তোমালোকে তেওঁক মেৰিয়াই ধৰিছিলা।

সীতাই আহি মাকৰ আলমাৰি খুলি মাকৰ শাৰী এখন উলিয়াই বাথৰুমত সোমালগৈ। ততাতৈয়াকৈ গা ধুই শাৰীখন গাত মেৰিয়াই ওলাই আহি মাকৰ ড্ৰেছিংৰুমলৈ সোমাই গল। আয়নাৰ কাষৰ টুলখনত বহি এবাৰ টেবুলত থকা প্ৰসাধন সামগ্ৰীবোৰৰ ওপৰে ওপৰে চকু ফুৰালে। দুই এটা বটলৰ ওপৰৰ নামবোৰ পঢ়ি গল। প্ৰসাধন সামগ্ৰী-

খিনিৰ ওপৰত চকু থৈ মাকৰ মূৰ্ত্তিটো মনলৈ আনিলে। মাকেতো ৰব বেচি প্ৰসাধন নকৰিছিল। মাথোন বেচি পৰিমাণে চেন্ট ব্যৱহাৰ কৰিছিল।

চকু তুলি সীতাই আয়নাত আৰ্শিষৰ প্ৰতিবিম্বটো দেখি শাৰীৰ আচলটো আগফাললৈ টানি ললে। তেওঁৰ গাত শাৰীখনৰ বাদে ব্লাউজ আদি একো নাছিল। এইবাৰ আয়নাৰ আৰ্শিষৰ প্ৰতিবিম্বত চকু থৈ সীতাই অকণমান হাঁহি কলে—

'তোমাক আতঙ্কিত যেন দেখাইছে।'

'সচাই ভয় খাইছিলো। এইটো কোঠাৰ দুৱাৰ খোলা আৰু পোহৰ দেখি এইফালে আহি তোমাক এই নীলা ৰঙৰ শাৰীখনৰে সৈতে দেখি ভাব হৈছিল—মানে মৃত্যুৰ সময়ত মাৰ্ৰ গাত বোলে নীলা শাৰী এখন আছিল। ব্লাউজ আদি একো নাছিল। তোমাৰ গাতো··· '

আৰ্শিষে কথাষাৰ সমাপ্ত নকৰিলে। সীতাই কলে, 'তাৰ মানে আপুনি মোক মাৰ প্ৰেতাত্মা বুলি ভাবিছিল। প্ৰেতাত্মা যে ঠিক। কিন্তু সীতাৰ প্ৰেতাত্মাহে। সীতাই ঘূৰি তেওঁৰ মুখলৈ চাই কেনে ভাবে হাঁহিলে! এইবাৰ আৰ্শিষে সচাই ভয় খালে। সীতাৰ হাঁহিটো কেনে! এই নিশাখন সীতাই চুলি তিয়াই গা ধুই চুলিখিনি মেলি আছে। সীতাই কলে—

'মাৰ আত্মাই মুক্তি নাপাই প্ৰেতাত্মা হলেও নিশ্চয় এই ঘৰলৈ নাহে। মায়ে এইঘৰৰ বায়ুত চট্‌ফটাই উঠিছিল।'

কথাষাৰ কৈ সীতাই আদেশৰ সুৰত আৰ্শিষক কলে—

'মই তোমাক মুক্তি দিছো। শোৱাগৈ যোৱা। কোৱাৰ মূড্ মোৰ নাইকীয়া হৈ গল। যোৱা—মোৰ সাজ-পোছাক কৰাও সমাপ্ত হোৱা নাই।'

'মই ছাদত তোমালৈ অপেক্ষা কৰিছিলো। এতিয়া টৌপনি ভাঙি গুনাৰ মূড্ লৈ তোমাক বিচাৰি আহিছো। তুমি গা ধুই কোৱাৰ মুড্ নষ্ট কৰি ললা।'

'কাৰাব মুড্ নষ্ট কৰিবলৈ গা ধোৱা নাছিলো। গা-মন খিন খিন লাগিছিল। সেয়ে গা ধুইছিলো।'

'কালিলৈ মই যাবই লাগিব। তুমিও আজিয়েই তোমাৰ কথা কবই লাগিব।'

'আজি মোৰ ভীষণ টোপনি আহিছে।'

'মোৰ কাষতে শুই শুই কৰা। টোপনিয়ে যেতিয়া মাত কন্ধ কৰিব সিমানতে এৰিবা। পুৱা সিমানৰ পৰা আৰম্ভ কৰিবা। মই পাচবেলা যাম।'

'সাহস আছে?' সীতাই আৰ্শিষক সুধিলে।

'কিহৰ সাহস?'

'মোক কাষত লৈ শুবলৈ।'

'নোৱাৰিম কিয়—?'

'মই তেন্তে আজি এজন ভীষ্মক দেখা পাম।'

'ভীষ্মক দেখিবা মানে—?'

'কেৱল বাহু বলবে নহয়, মনোবলবো অদ্বিতীয় বলী তেওঁ। সেয়ে কৈছো তোমাৰ সংযম আৰু দৃঢ়তাত মই নিশ্চয় মুৰ দোৱাব পাৰিম।'

'নিশ্চয় পাৰিবা। তুমি আহা' বুলি আৰ্শিষ আতৰি গল। তেওঁ আহি ডাঙৰ পালেংখনত ঢলি পৰিল। অলপ পাচত সীতাই সাজ-পাৰ সম্পূৰ্ণ কৰি আহি তেওঁৰ সমুখত থিয় হলহি। আৰ্শিষে কন্তেক সীতালৈ সন্ধানী এক দৃষ্টিৰে চালে। সীতাই লাহেকৈ বুকুৰ পৰা চাদৰৰ আচলটো আতৰাই দিলে। ব্লাউজটো আৰু শেষত গোটেই সাজযোৰ লৰাই দি কলে—'সাজ-পাৰৰ তলত মই কোনো অস্ত্ৰ লুকুৱাই ৰখা নাই। মই বিভলভাৰ বন্দুক একো ব্যৱহাৰ কৰিব নাজানো। তোমাক মাৰি মোৰ লাভই বা কি?'

দীৰ্ঘ নিশ্বাস এৰি বৈ বৈ আকৌ কলে—'মোৰ বুকুত অতিৰিক্ত অমৃত আছে। অতিমাত্ৰা হলে বোলে অমৃতো বিহ হয়। এই বিহলৈ যদি ভয় কৰা তেন্তে মই নিৰুপায়।'

কথাষাৰ কৈ সীতা আৰ্শিষৰ কাষত বহিল আৰু তেওঁৰ বুকুত কপালেৰে আঘাত কৰিলে। প্ৰথমে মৃদু ভাবে। শেষত জোৰেৰে।

জোৰ কৰি আৰ্শিষে সীতাৰ মুখ ডাঙি ধৰি কলে—'এনে কৰিছা কিয় ?'

চকুপানীয়ে সীতাৰ গাল মুখ তিয়াই পেলাইছে। সীতাই কলে—'মোক তুমি সহজ ভাবে লব পৰা নাই। সন্দেহ কৰিছা, ভয় কৰিছা।'

'নাই কৰা' আৰ্শিষে কলে।

'মিছাকথা' বুলি আকৌ সীতাই আৰ্শিষৰ বুকুত মূৰৰে মৃদুভাবে আঘাত কৰিলে। অলপ পাচত পোনহৈ বহি কলে—'মোক, মোৰ হেপাহ আন্তৰিকতাক তুমি সন্দেহ কৰিছা।'

'তুমিতো মোক শিকলি লগাই বান্ধি থোৱা নাই। মই কোনো ডিটেক্‌টিভো নহওঁ তোমাৰ লগত নাটক কৰিবলৈ।'

সীতাই আৰ্শিষৰ এই কথাৰ একো উত্তৰ নিদি বিছনাৰ একাষে শুই পৰিল। আৰ্শিষৰ ফালে পিঠি দি কলে—

'এনিশা মই টোপনিৰ পৰা সাৰ পাই গম পাওঁ গাড়ী এখন আমাৰ পদূলিয়েদি সোমাই আহি বলহি। গারু তলৰ পৰা ঘড়িটো উলিয়াই চালো। বাৰ বাজি দহ মিনিট গৈছে। মই ভাবিলো হয়তো মাইঁত ঘূৰিছে। সিবাগৰ মাৰি শুবলৈ চেষ্টা কৰিলো। কিন্তু টোপনি আৰু নাহিল। হঠাৎ মনত পৰিল কিছু সময়ৰ আগতে আৰু এখন গাড়ী আহিছিল। সেইখনহে সম্ভৱ মাইঁতৰ গাড়ী আছিল। মোৰ মনলৈ কৌতূহল আহিল। এই নিশাখন কোন আহিছে বাৰু ? যি আহিছে তেওঁ হয়তো প্ৰায়েই আহে। কথাষাৰ ভাবি মই লাহেকৈ কোঠাৰ দুৱাৰ খুলি ওলাই গলো।

আমাৰ ঘৰটোত থকা এটা বিশেষ দোষ পাপাইঁতৰ চকুত পৰা নাছিল। দুৱাৰ খিৰিকীত আয়না দিয়া। দুৱাৰৰ কপাট থাকে ভিতৰ ফালে। সেয়ে পৰ্দা থাকে বাহিৰ ফালে। দুৱাৰৰ পৰ্দা সামান্য আঁতৰাই ভিতৰ ফালে চালো। এইটো কম পাপাক [illegible] লোকে লগ কৰা কথা।

পাচছিনা পুৰা মই পাপা ঘৰত নথকা অৱস্থাত মাৰ ওচৰলৈ গলো। মাক কলো—'যোৱা নিশা পাপাই পোৱা নেক্‌লেচ দাল এবাৰ দেখুৱাবানে?'

মোৰ কথা শুনি মাৰ চকু ডাঙৰ হল। অবাক ভাৱে মোৰ মুখলৈ চালে। মই কলো—

'সেইদাল নিশ্চয় কোনো ৰজা-মহাৰজাৰ ঘৰত ডকাইতি হোৱা।

কিছু সময় মা-মনে মনে থাকিল। হয়তো কি কব ভাবিছিল। মই কলো—

'মই সকালো গম পাওঁ।'

'তই তোৰ নিজৰ পঢ়া শুনা লৈ থকা উচিত। মায়ে কলে। 'পাপাই দুৰ্নীতিক প্ৰশ্ৰয় দিছে। তুমি তাত উৎসাহ দিছা। লোভৰ জাল যিমানে মেলে সিমান মেলখাই গৈ থাকে।' মায়ে কোৱা কথালৈ মন নকৰি মই কলো।

অলপ সময় মনে মনে থাকি আকৌ কলো—'সেয়েহে আমাৰ ৰাজপ্ৰসাদ সম ঘৰটো গধুৰ লাগে। কাৰোবাৰ আশা, কাৰোবাৰ দীৰ্ঘ নিশ্বাসতে গধুৰ হৈ পৰিছে। আনৰ মায়া মোহৰ এই অলঙ্কাৰ বোৰৰ পৰা একো একোটা অন্য শক্তিৰ জন্ম হয়।'

'তই এইবোৰ কি কৈছহি?' অলপ সময় মোলৈ চাই থাকি শেষত মায়ে প্ৰশ্ন কৰিল।

'সত্য যদি ভগবান, মিছা তেন্তে প্ৰেত।' মই কলো।

মায়ে মোৰ মুখলৈ চাই ৰল। মই আকৌ কলো—এই প্ৰেতবোৰ আমাৰ পাচে পাচে ফুৰিব। আমাৰ আগবঢ়া উন্নতি স্বাস্থ্য আদিত ইইত বাধা হব। সত্য পথেদিতো পাপাৰ হাতলৈ এইবোৰ অহা নাই।'

মায়ে একো নামাতিলে। কেনে এক দৃষ্টিৰে মোৰ চকুলৈ চাই ৰল। মোৰ চকুত যেন মায়ে কিবা ছবি দেখিছিল। সেই ছবি যেন মৰম আৰু শ্ৰদ্ধাৰ। মাৰ মুখখন ক্ষন্তেকলৈ গৌৰৱ ও আনন্দত যেন জিলিকি উঠিছিল। কিন্তু ক্ষন্তেকলৈ। মায়ে মোৰ চকুত যি দেখিছিল

সেই কালে চাই থাকোতে ক্রমাত মাৰ মুখ বিষন্ন হৈ আছিল। দীৰ্ঘ নিশ্বাস এৰি শেষত কলে—

'কলেজলৈ নাযাব জানো সময় কিমান হল।'

মই বুজিলো মায়ে 'আতৰ হ' বুলি নাতৰাই ভদ্ৰভাবে মোক আতৰি বলৈ ইঙ্গিত দিছে। মাৰ এই এটা অভ্যাস, কিবা অপ্ৰিয় কথা ওলালে মায়ে এইদৰেই আমাক আতৰায়।

মাৰ ওচৰৰ পৰা আহি মই পৱনক আগনিশাৰ কথা কলোহি। জন্মৰ পৰা পোৱা বাবেইনেকি পৱনক আমাৰ আপোন হিতাকাঙ্খী লোক যেন লাগে। পৱনে লাহেকৈ কলে—

'এই বোৰেই হল পাপাৰ হঁতৰ খাপৰ বাহিৰা। কিছুমানে এনে কিছু নৈবেদ্য আগ কৰেহি, কিছুমানে মোটা অঙ্ক আগ কৰে।' পৱনৰ মাতত তাচ্ছিল্যৰ সুৰ। মই পৱনক কলো—

'এনে সম্পদ নিশ্চয় কৰবাত গোপনে ৰাখিছে। কত ৰাখিছে বাক পালে চুৰ কৰি নি কৰবাত বেচি দিম। টকাবোৰ দুখীয়া পৰিয়াল কেইটামানক দি দিম।'

সেইদিনা পাচবেলাৰ পৰা মই ঘৰটোত ঘূৰি ঘূৰি এই বস্তুবোৰ কত থৈছে বুজিবলৈ চেষ্টা কৰিলো। মা ঘৰত নাথাকিলেই মই মাৰ কোঠাটোত সন্দেহ জনক ঠাই বিচাৰো। বাকচ আলমাৰি সকলো চালো। গড়্ৰেজৰ আলমাৰি দুটা পৰ্য্যন্ত খুলি চালো। এটা গড্ৰেজৰ আলমাৰিৰ ভিতৰৰ খাপ কেইটাত জাপ জাপ টকা আৰু সোনৰ অলঙ্কাৰ এসোপাহে দেখিলো। কি কৰিলে কত থলে বাৰু! আন নহলেও সেই নেকলেচ দাল। শেষত ভাব হল হয়তো এইবোৰ বস্তু পাপাই বেচি দিছে। এজাপ শটকীয়া নোটকে উলিয়াই আনিলো। মই জানো মই আতৰাই অনা পইছাৰ কথা মায়ে গমকে নাপাব। মায়ে সত্তৰ টকাবোৰ লেখি ৰখাও নাই।

পাচদিনা কলেজলৈ যাওঁতে এজাপ টকা নি গোলাপীৰ মাকৰ হাতত গুজি দিলো। মাকে লৰালৈ সৰুত লোহোৱাত কলো—

'এইবোৰ পাপাৰ বাহিৰাহে।'

ইয়াৰ পাচত এদিন মই পৱনৰ লগত থকা মাৰ গোপন সম্পৰ্কৰ বতৰা পাওঁ। বতৰা পাওঁ— মানে প্ৰমানেই পালো। সেই নিশাই মই মোৰ সতীত্ব পৱনৰ ওচৰত হেৰুৱালো। নাৰীৰ শক্তি যি অমূল্য সম্পদ তাক হেৰুৱাই মই হাহাকাৰ কৰি উঠা নাছিলো। সেই সময়ত মোৰ ভাব হৈছিল এয়া জীৱন উপভোগ কৰা মাথোন। ইয়াত পাপ বা অন্যায় একো নাই।

শেষলৈ ই হৈ পৰিল অভ্যাসত পৰিনত। পৱনে মোক প্ৰতিনিশা বিচাৰে। মই যে কিয় পৱনৰ বাধ্য আছিলো।

এদিনৰ কথা। পৱনে মোক কলে—আজি মই এফালে যাম।' মই জানো পৱন কলৈকো নাযায়। মায়ে তেওঁক আহবান কৰিছে। বাহিৰত সোঁ সোঁ বতাহৰ শব্দ। নিশা তেতিয়া গভীৰ। মই বিছনাৰ পৰা উঠি আহি আগফালে গৈ বিশেষ দুৱাৰখনেদি ভিতৰলৈ জুমি চালো। কোঠাত কম পাৱাৰৰ 'লাইট' জ্বলি আছে। মই দেখা পালো দুটি আদি মানবক। আদম ইভক। মোৰ এনে লাগিল গাৰ সমষ্ট শক্তিৰে ভুকুৱাই যেন দুৱাৰৰ আয়না ভাঙি দিম। লৰি গৈ যেন মাৰ ডিঙি চেপি ধৰিমগৈ। প্ৰচণ্ড মাৰ সোধাই যেন পৱনৰ মূৰ ভাঙি দিম।

শেষলৈ প্ৰায়েই এনে ভাব হোৱা হল যি কোনো উপায়েৰে ইহঁত দুয়োকো কিবা উপায়েৰে শেষ কৰিব নোৱাৰিনে? ইহঁতৰ কামনাৰ দংশনেই মোৰো ধৰ্ম্ম নষ্ট কৰিলে।

পাচদিনা পুৱা মা শয্যা এজনৰো মুখলৈ চাব পৰা নাছিলো। সময়ত কৈ বহুত সোনকালে কলেজলৈ বুলি ওলাই গলো। গোলাপী ইঁতৰ ঘৰত সোমাই গোলাপীৰ মাকক কলো—

'আজি মই ইয়াত ভাত খাম।'

গোলাপীয়ে ভাত খাবলৈ বহিছিল। মাকে ভাইৰ লগতে মোকো ভাত বাঢ়ি দিলে। বহুৰ ডাইল আৰু খুদ্ আলু ভজা। কাঁহিৰ একাষত নিমখ তেল অকন দি খৰিচা অকন। ভাত যি গোলাপীৰ মাকে

সুদা ভাত বুলি ইস্ ইস আছ আছ কৰি আছিল। মই একো মাতমতা নাছিলো। ভাত খাই উঠি মাথোন কলো—

'আজি পুৱা পৱনে প্ৰকাণ্ড চিতল মাছ এটা কটা দেখিছিলো। হোৱা ভাত এৰি আহি মই ইয়াত ভাত খুজি খাইছোহি। আজিৰ পৰা এনেকৈ ইস্ আছ কৰি নাথাকিব। তেতিয়া হলে কোনো দিন ইয়াত মুখত আৰু একো নলম।

সেই সন্ধ্যা পৱনক কলো– 'মায়ে মোৰ বিয়া ঠিক কৰিছে। লৰাজনৰ সকলো আছে। উচ্চ শিক্ষা। উচ্চপদস্থ চাকৰী। মান সম্মান।'

পবন মনে মনে থাকিল। মই আকৌ কলো—মই বন্ধুত্বৰে চিনি পোৱা তুমি এক মাত্র পুৰুষ। তোমাক অদেয় মোৰ একো নাই। মই তোমাক জীৱনৰ বাবেই বিচাৰিছিলো।'

পৱনে এইবাৰ চকু তুলি মোৰ মুখলৈ চালে। তাৰ পাচত চকু নমাই কলে---'তুমি নাজানা মই এক প্ৰকাৰৰ অত্যাচাৰ সহ্য কৰি হলেও কিয় তোমালোকৰ ঘৰত আছো।'

'কলেহে জানিম।'

'মোৰ এজনী সৰু ভনী আছিল। সৰু কালচোৱা তাই মোৰ ছাঁৰ দৰে আছিল। কৰবাত আমলখি অমৰা এটা পালেও তাই মোলৈ লৈ আহিছিল। তাইক মই হেৰুৱাই আহি এই ঘৰত তোমাক পাই ছিলোহি।' পৱনৰ দীৰ্ঘ নিশ্বাস পৰিল। মই কলো—

'মই বুজিছো, তুমি মোক এৰি যাব নোৱাৰিলা। এতিয়া লৈ বলা।' মই এই কথা কোনো গুৰুত্ব দি কোৱা নাছিলো। মোৰ কথা শুনি পৱনে মোৰ মুখলৈ কেনেকৈ চালে। মই যেন তাচ্ছল্যৰ সুৰতহে এনেকৈ কৈছো। মই আকৌ কলো—

'মোক তেনেকৈ লৈ যদি আতৰি যাব নোৱাৰা তেন্তে তুমি মোক বিয়া কৰাবা বুলি মাক কব পাৰিবানে?'

'পাপাৰে শুনিলে প্ৰাণেই মাৰিব মোৰ।'

'তেন্তে কি কৰিবা—? মই সাবালিকা হোৱালৈ বাট চাইছা নেকি? সিও বেয়া নহয়। কষ্ট মেনেইজ কৰি কিছু টকা লৈ আমি কৰবালৈ পলাই যাম।'

এইদৰে পলাই যোৱা কল্পনাত মই উত্তেজনা অনুভব কৰিলো। এই ঘৰখনৰ গধুৰ বতাহখিনি আমাৰ বাবে চঞ্চল হব। মায়ে জোৰেৰে দুৱাৰ জপাই মেলি দুপদাপকৈ ইফালে ঘূৰিব। পাপাই হোৱাই নোহোৱাই জীতা, চান হুঁতক ধমক দিব।

পৰনে শান্তভাবে মাথোন কলে—'তুমি সাবালিকা হলেও তোমাক নাবালিকা কৰিবলৈ তেওঁ লোকৰ কিমান সময় লাগিছে।'

'তেন্তে কি কৰিবা? মোৰ বিয়াত কলিকতাৰ পৰা কাৰিকৰ আনিব। তেওঁলোকে বন্ধা সু-খাদ্য পেট ভৰাই খাব। মোৰ সমুখত চলবুলি দুটোপাল চকুপানী পেলাবা। ইমানতে এই অধ্যায় সমাপ্ত হব।'

'অসম্ভৱ।' পৰনে কলে। মই প্ৰশ্ন কৰিলো—

'কি অসম্ভৱ?'

'মই তোমাক আনলৈ এৰি দিব নোৱাৰো।'

'তেন্তে কি কৰিবা?'

'তুমি বিয়াত মত নিদিবা।'

'তাৰ পাচত আমি মা-পাপাৰ মৃত্যুলৈকে এইদৰে অপেক্ষা কৰিম নহয় জানো? যদি তেওঁলোকৰ এশ বছৰ আয়ুস আছে—? পথৰ কাইট দূৰ কৰিব পাৰিবা—?'

'এনে কথা তুমি কেনেকৈ ভাবিলা—?' বিস্ময় ভাবে পৰনে কলে। তাৰ পাচত কলে—

'মই নোৱাৰো।'

'মোৰ বাবে তুমি একোৱেই কৰিব নোৱাৰা।' দুখেৰে মই কলো।

'লোকক মাৰিব নোৱাৰো। তোমাৰ বাবে নিজে কিন্তু মৰিব পাৰিম। দুখ কি তোমাৰ বাবেই মৰিম। কোনো নাই।' গধুৰ মাতেৰে পৰনে কলে।

মই আকৌ এক নতুন উত্তেজনা অনুভৱ কৰিলো। মোৰ হাতখন আগবঢ়াই দি কলো—

'কথা দিয়া—।'

'কথা দিছো।' পৱনে মোৰ হাতখন দুই হাতৰ মাজত লৈ কলে। মই আনন্দৰে পৱনক কলো—

'মোৰ বাবে তোমাৰ দৰে সুস্থ ডেকা এজনে স্ব-ইচ্ছাৰে মৃত্যু বৰণ কৰিবা। মই ধন্য হৈ যাম। ধন্য হব তোমাৰ প্ৰেম। তোমাৰ মোৰ এই কাহিনী সোনালী আখৰেৰে লিখা ৰব। মানুহে শ্ৰদ্ধাৰে আমাৰ নাম লব। অৱশ্যে দুয়োলৈ শ্ৰদ্ধা হবলৈ বা সহানুভূতি হবলৈ ময়ো তোমাৰ চিতাত জাপ দি মৰিব লাগিব।'

নিশা-নিশা গভীৰত মই হাতত বিহৰ পাত্ৰলৈ কোঠাৰ পৰা ওলাই আহিলো। পৱনে সুন্দৰ ভাবে সাজ পাৰ কৰি তেওঁৰ কোঠাত বহি আছিল। মই পৱনৰ ফালে আগবাঢ়ি গলো। পাত্ৰটো তেওঁৰ ফালে আগবঢ়াই দিলো। তেওঁ এহাতে পাত্ৰটো লৈ আনহাতে মোক আকোৱালি ললে। মই কলো—

'আজি আমাৰ ঘৰৰ সত্যনাৰায়ণ পূজাত মই প্ৰাৰ্থনা জনাই সত্যনাৰায়ণক কৈছো অহা জন্মত তোমাক মোৰ উপযুক্ত কৰি যেন জন্ম দিয়ে। সত্যনাৰায়নক ভজিলে বোলে মনোবাঞ্ছা পূৰ্ণ হয়। আজিৰ সত্যনাৰায়ণ ভাগ এই বাবেই পতা হৈছিল।'

পৱনৰ বিছনাত কাগজ এখন দেখি তুলিলৈ পঢ়ি চালো। তাত পৱনে লিখ ৰাখিছে— মই হিন্দু লৰা। পূৰ্ব জন্ম পুনৰ জন্ম সকলো মানো। সুন্দৰ এটি জীৱন লভিবলৈ মৃত্যুকে বৰণ কৰিছো।

তলত পৱনৰ চহী। মই কাগজ খন আগৰ ঠাইত থৈ কলো— 'এই কথা মই পাহৰিছিলোৱেই। তুমি এইখন লিখি ভাল কাম কৰিলা। এইখিনি মাৰাত্মক বিহ, ছোৱা-পি দিয়া।'

পৱনে মুখেৰে একো নামাতি মোৰ মুখলৈ চাই থাকি কাপৰ পদাৰ্থ খিনি চকুমুদি পি দিলে।

পদাৰ্থখিনি পি তেওঁ যেন থৰ হৈ গল এনে ভাবে তেওঁ বৈ গল। চকু তেতিয়াও বন্ধ। হয়তো মৃত্যুৰে অনুভূতি উপলব্ধি কৰিছে। মই তেওঁৰ দুবাহুত ধৰি জোকাৰি দিলো। তাৰ পাচত আনন্দ পূৰ্ণ বিচিত্ৰ এক হাঁহিৰে কলো—'চকুমুদি মৃত্যুক উপলব্ধি কৰিব খুজিলে কি হব। তুমি যি পদাৰ্থ পিলা তাত মৃত্যু নাই। চকু খোলা।'

চকুমেলি পৱনে মোৰ চকুলৈ চালে। তেওঁৰ চকুযোৰ ক্ৰমাত উজ্জ্বল হৈ আছিল। নব জীৱন লাভ কৰাত তেওঁ যেন আহ্লাদিত হৈ পাৰিল। মই কলো—

তোমাক অভিষিক্ত কৰা হল।

সেই নিশা শেষ নিশা মই মোৰ বিছনাত আচাট বিচাট কৰি ভাবিলো—এতিয়া কি কৰা যায়? পৱনকতো মই স্বামী ভাবে লোৱা কথা ভাবিবই নোৱাৰো। ইফালে তেওঁ যে অন্ধ হল!

লগতে আৰু এটা সত্য উপলব্ধি কৰিলো ভালপোৱা অকল আভিজাত্য খাটিক ধুনীয়া সকলৰহে একচেতীয়া সম্পত্তি বুলি তৰা সকলে ভুলকৈ ভাবে।

ইয়াৰ পাচত মই কি কৰিলো শুনা—পৱনক জোখাৰ দৰে আৰু দুজনে মানক জুখি চাবৰ মন গল। মোৰ প্ৰতি দুৰ্ব্বলতা থকা আমাৰ কলেজৰ প্ৰফেসাৰ ইন্দ্ৰক এদিন মাতি আনিলো। নিশা দহ বজাত সময় দিছিলো তেওঁ আছি পালে চাৰে ন বজাত। মাহঁত ঘৰত নাই। থাকিলেও একো আহুকাল নহল হেঁতেন। মোৰ কোঠাত তেওঁক ওচৰত বহি কৰুণ সুৰৰে কালো—

'আপোনাৰ সামান্য দৰ্মহা। ঘৰো পাৰ্ব্বত। ঘৰত পৰিচয় দিব লগীয়া মানুহো বংশ পৰিয়ালত কোনো নাই। বংশত আপুনিয়েই বোধহয় প্ৰথম ও বৰ্ত্তমানলৈকে একমাত্ৰ এম এ ডিগ্ৰী লতা লোক। ইয়াত ভাড়াঘৰত থাকে। মাহঁত কোনো মতেই সন্মত নহব। কি চাইনো আপোনালৈ পাপাই মোক দিব? সেয়ে কৈছো কঠ মেখেইৰ কৰো আহক। আপুনি ছাত্ৰ মহলত নাম থকা প্ৰফেসাৰ। [illegible]

থকা মানুহৰ জীয়ৰী। কথাটোৱে তুদিন মান মানুহক আমোদ আনন্দ দিব। আমি এই চহৰ এৰি গৈ মনে মনে কর্ট মেৰেইজ কৰিম। 'ওহো এনেকৈ নহব।' প্ৰফেসাৰ ইন্দ্ৰই কলে।

'কিয়—?' মই সুধিলো।

'সবা ছোৱালী বোৰে মোক শ্ৰদ্ধা ভক্তি কৰে। ভাল শিক্ষক বুলি ঘৰে ঘৰে মোৰ ভাল নাম আছে। এনে স্থলত মই এনে কাৰ্য্য কেনেকৈ কৰিম। এই দৰে বিয়া পতা মোৰ বাবে গৰ্হিত কাম।'

'আপুনি যে কৈছিল মোৰ বাবে মৰিব পাৰে বুলি?' (জানি বুজিও মই সুধিলো। কাৰণ এই একেটা 'ডাইলগ' আৰু বহু গৰাকীৰ আগত কোৱা মই গম পাওঁ) অলপ সময় মই মনে মনে থাকি আকৌ কলো—

'মই আপোনাৰ বাবে অনশন কৰি হলেও মাক সম্মত কৰিম, যদি মই প্ৰমাণ পাওঁ সচাই আপুনিও মোৰ বাবে মৰিব পাৰিব বুলি। তাৰ প্ৰমাণ স্বৰূপে এই বেজিটো আপোনাৰ হাতৰ আঙুলিত ইপাৰ সিপাৰ কৰি ভৰাই দিয়ক চোন। নহলে নখত ভৰাওক।' মই ওচৰৰ মেজত থৈ দিয়া বেজিটো তুলি লৈ তেওঁৰ ফালে আগবঢ়াই দিলো। মই আকৌ কলো—

'প্ৰমাণ নোপোৱাকৈ মই একো নকৰো। তেতিয়া হলে কালিৰে পৰা মই অনশন আৰম্ভ কৰি দিম।'

কথাবাৰ কৈ মই প্ৰফেসাৰ ইন্দ্ৰৰ মুখলৈ চাই কলো। 'তুমি কি ধেমালি কৰিছা' বুলি মোৰ হাতৰ পৰা বেজিটো লৈ তেওঁ মেজলৈ দলিয়াই দিলে। তাৰ পাচত মোক কাষলৈ টানি নিলে। তেওঁৰ মুখত মদৰ গন্ধ পালো। মই সুধিলো—

'আপুনি মদ খায়?'

'আজি আনন্দতে অকণ খালো। তোমাক নিবলৈ নিশা লগ কৰা কথাটো মধুৰ স্বপ্ন যেন লাগিব।'

'সুন্দৰ দিঠকত‌কৈ মধুৰ স্বপ্ন বেচি মোহনীয় নেকি ? মোৰ এই কথাৰ তেওঁ উত্তৰ নিদিলে।

যদিও আৰু তাৰ মুখত তেওঁৰ দুৰ্ব্বল স্বভাৱৰ বহু কথা শুনো তথাপি তেওঁৰ প্ৰতি মোৰ দুৰ্ব্বলতা অকন হৈছিল। হয়তো তেওঁৰ গুণ গুণনিয়েই মোৰ মনত এনে ভাবৰ সৃষ্টি কৰিছিল— প্ৰফেসাৰৰ পত্নীহম। ছাত্ৰ-ছাত্ৰীহঁতৰ মৰমৰ বাইদেউহম। অকালে অসুবিধা পালেও সুন্দৰ সহজ সম্মানিত এটি জীবন পাম।

কিন্তু সেয়াতো নহ'ল। মোক এখন হৃদয় লাগে। এপাহ ফুলৰ দৰে যাৰ মনটি। মা'পাপাও নিশ্চয় সম্মত হল হেঁতেন। কাৰণ প্ৰফেসাৰ পদটি শুনিবলৈ ভাল লগা পদ। কিন্তু মই এনে হৃদয় হীন বান্ধোন নিবিচাৰো। পৰনে মোৰ বাবে মৃত্যু ও বৰণ,কৰিব পাৰে আৰু এওঁ শৰীৰৰ কষ্ট অকনো সহিব নোৱাৰে।

ইয়াৰ পাচত আহ্বান কৰিলো ডাক্তৰ প্ৰসন্নক। দুৱাৰত 'লক' কৰি তেওঁৰ বুকত মূৰ গুজি কলো—'মায়ে মানুহ এঘৰত কথাদি থৈছিল। মই আজিহে গম পাওঁ। লৰাজন এজন চাহ খেতিয়কৰ লৰা। থাকে আমেৰিকাত। বৃহৎ কি এটা কোম্পানীৰ ইঞ্জিনীয়াৰ। গতিকে মায়ে তোমাৰ কথা কলে সম্মত নহব। কিন্তু তুমি যদি মোৰ মৰমতে মৰি যাব পাৰা তেন্তে ময়ো তোমাৰ বাবে অনশন কৰি মৰমৰ পন কৰিম। তেতিয়া উপায়ন্তৰ হৈ মা বাধ্য হব। সচাই যদি তুমি মোৰ বাবে মৰি যাব পাৰা তেন্তে আঙুলি এটা ইয়াৰ অঙঠাত ভৰাই দিয়াচোন।' মই ধুনাদানী এটাত ধুনাদি জলা আঙঠা ৰাখি থৈছিলো।

সেই ধুনাদানীটো মই তেওঁৰ আগত ডাণ্ডি ধৰিলো।

'তুমি মোৰ হৃদয় বুলিছা— ?' তেওঁ সুধিলে।

'তেনেকুৱাই।' মই কলো।

'এইবোৰ এনেকৈ জোখ মাপ কৰা কথা নেকি ?'

'তোমালোকৰ মুখৰ মন্ত্ৰবোৰ হৃদয়ৰ মন্ত্ৰ বুলি মোৰ বিশ্বাস নহয়।

সেয়ে চাব খুজিছো। অপাত্রত মই মন প্রাণ নিঃশেষ কবি ধবকবাই মবিব নোখোজো।'

মোৰ কথা শুনি প্রসন্নই মুখখন কেনেকুৱা কৰিলে যেন মই এনেকুৱা অযন্ত কথা শুনাম বুলি ভাবিব পৰা নাছিলে। মই লাহেকৈ তেওঁৰ কাষৰ পৰা উঠি গৈ আগফালৰ দুৱাৰৰ হুকটো খুলি দি তেওঁলৈ চালো। অৰ্থাৎ তেওঁৰ উঠাৰ সময় হল। তেওঁ মোৰ ইঙ্গিত বুবুজিলনেকি—। তেতিয়াও উঠাৰ লক্ষণ নেদেখি ভিতৰ ফালৰ দুৱাৰ মুখত থিয় হৈ কলো—

'মই শোৱাৰ আগতে ছাদৰ মুকলি বতাহত কিছু সময় বহগৈ। 'গুডনাইট'।

কথাসাৰ কৈ মই প্রসন্নৰ ফালে নোচোৱাকৈ ততাতৈয়াকৈ কোঠাৰ পৰা ওলাই গলো। মোৰ দীৰ্ঘ নিশ্বাস পৰিল। মইতো এওঁকো ভাল পাইছিলো। ছাদত গৈ নিশাৰ শুই পৰা চহৰ খনৰ অত তত জ্বলি থকা লাইট বোৰলৈ চাই থাকি ভাবিলো—লোকে কয় পবিত্র প্রেমে এবাৰহে হৃদয় স্পৰ্শ কৰিব পাৰে। তেন্তে ?

তেন্তে মই প্রফেচাৰ ইন্দ্র-ডাক্তৰ প্রসন্ন দুজনক কেনেকৈ সচাই বিচাৰিছিলো। এয়া তেন্তে চ'কুৰ ৰং আৰু মনবো ৰং। এই ৰং ক্রমাত উঠিও যাব পাৰে।

মোৰ বাবে যি পৱনে মৃত্যু বৰণ কৰিবলৈ লৈছিল সেই পৱনৰ হৃদয়ৰ ভিতৰ কোঠালিলৈকে দেখি বুজিও দেখোন তেওঁক এতিয়াও স্বামী ভাবে কল্পনা কৰিব পৰা নাই। হয়তো তেওঁৰ নিজস্ব কোনো পৰিচয় নাই। বাবে। হয়তো মোৰ সমকক্ষ কোনো ফালেই নহয় বাবে। হয়তো শিক্ষা বিত্তাত তেওঁ মোৰ খাপৰ নহয় বাবে। এতিয়া মই উপলব্ধি কৰিছো মই সৰ্ব্ব মনেৰে কাকোৱেই বিচৰা নাছিলো। এওঁলোক প্রত্যেকেই আছিল সম্মানিত ব্যক্তি। মোক এওঁলোকে বিশেষ ভাবে চোৱাত মোৰ ভাব হৈছিল—বেয়া নহব। সম্মানিত ব্যক্তিৰ পত্নীহব পাৰিম। ভাল লগাৰ জেওৰা পাৰ হৈ নিজৰো অজ্ঞাতে ভালপোৱা নামৰ এলেকাত প্রবেশ কৰিছেলো যাখোন।

ইয়াৰ পাচত মোৰ জীৱনলৈ আহিল সত্যব্ৰত। কলেজ লাইব্ৰেৰীৰ লাইব্ৰেৰীয়ান হৈ অহা নবা জনৰ কথা এদিন মোক গোলাপীয়ে কলে –

'সীতা আমাৰ লাইব্ৰেৰীয়ান নবাজন এজন ভাল শিল্পী।'

'কেনেকৈ জানিলা ?'

'আমাৰ কলেজ আলোচনীৰ বেটুপাতৰ ছবি তেওঁ আঁকিছে।'

'অহা বাৰলৈ আমাৰ কলেজ আলোচনীৰ বেটুপাতৰ ছবি মই আঁকিম।'

'তুমি আৰ্ট কৰানেকি ?' গোলাপীয়ে আগ্ৰহেৰে প্ৰশ্ন কৰিলে।

'শিল্পীয়ে নিজে বুজাই নিদিলে আনে সহজে বুজিব নোৱাৰা আৰ্ট কৰিব পাৰিম। আৰ্টৰ নামত তুলিকা ধৰি পোৱা নাই।'

'মানে—?' গোলাপীয়ে অবাক ভাবে সুধিলে।

'কাগজ এখনত তিনি ঠাইত তিনি টোপাল চিঞাহী পেলাই দিম। তাৰ পাচত চিঞাহীৰ টোপাল কেইটা ইফালে সিফালে ঘূৰাই পকাই ফুৰাই দিম। ৰঙা চিঞাহী দিলে এই আৰ্টটোৰ নাম দিম চেকা বা কলঙ্ক। কলা চিঞাহী হলে নাম দিম 'উশৃঙ্খল'। আকৌ ধৰা আন এখন কাগজত কেইদাল মান আচ পাৰিম এভাগ'। আন ভাগত মিহিকৈ ৰং কাৰ দিম। এই খনৰ নাম হব পোহৰ আৰু আন্ধাৰ। মাজে মাজে ফাক থকা আচপৰা ডোখৰ তোমালোকৰ ঘৰৰ পাক ঘৰৰ নিলিপা ইকৰাৰ বেৰখন। আনখন আমাৰ ঘৰৰ বেৰ। আমাৰ ঘৰলৈতো তুমি যোৱা নাই। আমি পোহৰ অৰ্থাৎ ধনী। ধনীবাবেই সুন্দৰ ৰং কৰা পকাবেৰ ঘৰত। তোমালোক আন্ধাৰ। অৰ্থাৎ দুখীয়া। সেয়ে ঘৰৰ ভগা বেৰ।'

'তুমি ধেমালি কৰিছা। সত্যব্ৰত তেনেকুৱা শিল্পী নহয়। তেওঁ সচা শিল্পী।'

'মই মানি লৈছো। এইটো ভেতিয়া হলে চাব লগীয়া জীৱ'।

'এনেকৈ কিয় কৈছা— ?'

'যাৰ নামতে আভিজাত্য আছে। তাতে সচাশিল্পী। কোৱঁৰৰ নাম ভেস্তে সত্যব্ৰত ?'

অলপ বৈ মই খাকৌ কলো—'ভীষ্মৰ নামটি সত্যব্ৰত আছিল নেকি! বলা মোক ভীষ্মৰ লগত পৰিচয় কৰি দিবা।'

'তুমি তেওঁৰ লগত এনেকৈ কথা হবানেকি ?'

'কেতিয়াও এনেকৈ কথা নকওঁ। তেওঁৰ লগত কথা হওঁতে নিজকে জাহানাৰা বুলি ভাবি থাকিম। তেতিয়া পাতল কথা মুখৰ পৰা নোলাব। পাপাৰ মুখখন আমাৰ ঘৰটো মনত পেলাই ললেই এই অভিনয় কৰিব পাৰিম মই ৰাজকুমাৰীৰ বেশত খোজ দিম- কথা কম। উত্তৰ দিম।

মই ৰাজকুমাৰী জাহানাৰাহে লাইব্ৰেৰীত সোমাওঁতে এনে ভাবে সোমাইছিলো মই যেন তাজমহলৰ কাম কিমান দূৰ আগবাঢ়িছে—কেনে হৈছে—চাবলৈহে গৈছো। তাতে অকস্মাতে মোৰ লগত পৰিচয় হল সামান্য শিল্পী জনাৰ। মোৰ ওচৰত হঠাতে এই নগণ্য শিল্পী আকাশৰ তৰা হৈ গল। মই প্ৰথম পৰিচয়তে তেওঁক আমাৰ ঘৰলৈ আমন্ত্ৰন কৰি কলো—

'আমাৰ ঘৰলৈ এদিন আহিব। আমাৰ এটা কোঠাত কোনো এজন নাম কৰা বিদেশী শিল্পীৰ কিছুমান আৰ্ট আছে।

আৰ্ট আছে মানে—আমাৰ পূৰ্ব্ব পুৰুষ সকলৰ ছবি আঁকা আছে। আপুনি চাবহি আৰু তাত আপুনি বৰ্ত্তমান পুৰুষৰ ছবি আঁকিব লাগিব।'

সেইদিনা ঘৰলৈ অহাৰ পাচত বাৰে বাৰে সত্যব্ৰতৰ চেহেৰাটো মোৰ চকুত ভাহি উঠিছিল। মোৰ ভাব হল ভগবানে যি কৰে ভাললৈকে কৰে। প্ৰফেসাৰ ইন্দ্ৰ-ডাক্তৰ প্ৰসন্ন, ইহঁত আতৰি নোযোৱাহলে ইমান সহজে সঁচা শিল্পী এজন মোৰ চকুত জিলিকি নুঠিল হেতেঁন।

পাচদিনা সোনকালে কলেজলৈ বুলি ওলাই গৈ গোলাপীৰ ঘৰত মটৰৰ পৰা নামি ড্ৰাইভাৰক কলো—

'মই ইয়াত নমা কথা মাক নকবা।' মই জানো মই নকলেও আইভাবে নকয়। প্ৰায়েইতো এইদৰে সোমাও। নকয় বুলি জানিও কলো। হঠাতে মোৰ দেখোন লুকাচুৰি খেলিবৰ মন গল। মই যেন কিবা কথা লুকুৱাম। কিবা ফাঁকি দিম। মই ভাবিলো—সত্যব্ৰতক লৈ মোৰ গোপন সম্পৰ্কে গঢ়ি উঠক। সেই সম্পৰ্কত হে মধু থাকিব। মই গোলাপীক সুধিলো—

'তুমি ভীষ্মৰ প্ৰেমত পৰা নাইতো ?'

'মই ভীষ্মৰ প্ৰেমত পৰিলেনো কি হব ! কালি তেওঁ তোমালৈ অপলক নেত্ৰে যেনেকৈহে চাইছিল। বোধহয় সেই সময় কনতে তেওঁ তোমাৰ ছবিখন কলিজাত আঁকি ললে। তুমিও তো তেওঁৰ সেই দৃষ্টি দেখিছিলা, গা-মন সিৰসিৰাই যোৱা নাছিলনে ?'

'তোমাৰ ঈৰ্ষা লাগিছেনেকি ?'

'নাইলগা। তুমি জাহানাৰা। মই তোমাৰ দাসী। কিবা যদি সহায় কৰিব পাৰো কৰা।'

মই গোলাপীৰ চকুলৈ চাই ৰলো। সচাই তাই অন্তৰেই কথাবাৰ কৈছে। তাইৰ চকুত মৰমৰ কণিকাহে। ঈৰ্ষাৰ বহ্নি নাই।

ইয়াৰ দুদিনৰ পাচত মই অকলৈ লাইব্ৰেৰীত সোমাই সত্যব্ৰতৰওচৰ চাপি গলো। মোক দেখি আজিও তেওঁ এপলক অপলক নেত্ৰে চাই ৰল। মই সুধিলো—

'আপুনি ইয়াত কত থাকে ?'

তেওঁ তেওঁৰ ঠিকনা দি কলে—'আহিব এদিন মোৰ ঘৰটোৰ নাম সূৰ্য্যমুখী। গলিৰ মূৰৰ ঘৰটোৱেই।

'আজিয়েই সোমাম। আপুনি কৰা আৰ্ট নিশ্চয় আপোনাৰ ঘৰলৈ গলে দেখা পাম।'

সত্যব্ৰতে পকেটৰ পৰা সক বেগ এটা উলিয়াই তাৰ পৰা চাবি এটা উলিয়াই মোৰ হাতত দি কলে—

'এইটো মোৰ ঘৰৰ চাবি। আপুনি যাওঁক মই পৈ আছো।'

আৰ্শিষৰ চকু টোপনিয়ে টানি ধৰিছিল। সীতাই সেইকালে লক্ষ কৰি ইমানতে তেওঁ কৈ যোৱা ইতিহাস সামৰি আৰ্শিষৰ চকুৰ পতাত আঙুলি বুলাই দি কলে—

'তুমি শুই পৰা জানমনি। নহলে কালিলৈ অসুস্থতা বোধ কৰিবা। মোৰ জীৱনৰ পোৱা নোপোৱাৰ সংগ্ৰামৰ কাহিনী শুনি তোমাৰ লাভেই বা কি?

সীতা উঠি আহিব খোজোঁতে আৰ্শিষে কলে—'কলৈ যোৱা! শুই থাকা ইয়াতে। তুমি ভীষ্মক দেখা পোৱাৰ কথা আছিল নহয়?'

আৰ্শিষৰ বুকুত মূৰ থৈ শুই পৰা সীতাই সপোন দেখিলে—তেওঁ প্ৰকাণ্ড একুৰা জুইলৈ আৰ্শিষক টানি লৈ গৈছে। তেওঁৰ গাত তাপে স্পৰ্শ কৰিব নোৱাৰা সাজ। আৰ্শিষক কিন্তু তাপে দগ্ধ কৰি আনিছে। তেওঁ যন্ত্ৰনাত চট্‌ফটাই উঠিছে। ঠিক এনেতে তেওঁৰ সমুখত থিয় দি মাকে কৈছে—লৰাটোক ইমান কষ্ট দিছ কিয়?

সীতাই হঠাৎ সাৰ পাই, সপোনটো স্মৰণ কৰি আৰ্শিষৰ মুখলৈ চালে। বাহুৰ মাজত তেওঁক লৈ আৰ্শিষ নিশ্চল ভাবে শুই আছে। তেওঁৰ মুখখন লৰাই সীতাই তেওঁৰ মুখলৈ চাই বল। তেওঁ শেষ নিশা মনোবলৰ অদ্বিতীয় বলী ভীষ্মক দেখা পালে। এই ভীষ্মৰ প্ৰকাত, মৰমত সীতাৰ চকু সেমেকি আছিল।

*　　　　*

কেইবাদিনো ভাৰবীয়া হৈ থকাৰ পাচত সিদিনা পুৱা এচেৰেঙা ৰদ আহি সীতাহঁতৰ ঘৰৰ আগকালে পাচফালে পৰিল। মিনিয়ে কাপোৰ কিছুমান ৰদত দিবলৈ লৈ যাওঁতে, মলয়াই দেখি মিনিক কলে কাপোৰ থিনি মোক দিয়া। মই ৰ'দত দিওগৈ। তুমি বোৱাঁচোন সীতাবাৰ টোপনিনেকি জগাই দিয়াগৈ।'

মিনিয়ে মূৰ জোকাৰি জনালে তাই সেই কাম কৰিব নোৱাৰে। অগত্যা যাওঁ মাখাওঁকে মলয়াৰেই সীতাক জগাবলৈ গৈ দেখে সীতা গভীৰ নিদ্ৰাত। তেওঁ তৰাৰ বুকে সীতা আৰ্শিষ দুজন দুখন বিছনাত

নাই। নিবিড় ভাবে দুয়ো দুয়োকো আকোৱালি ধৰি শুই আছে। মলয়া কোঠাৰ পৰা ওলাই আহিব খুজি থমকি বৈ গল। কিবা কথাত যদি পৱন সোমাই আহি এই দৃশ্য দেখেহি!

সীতাক জগাই দিবই লাগিব বুলি মলয় সীতাৰ ওচৰ চাপি গল। আৰ্শিষৰ গাল মুখ সীতাৰ মুৰৰ চুলিত। সীতাৰ ঠাইত মলয়ে নিজকে কল্পনা কৰি চালে। আৰ্শিষৰ ঠাইত কৃষ্ণক কল্পনা কৰি চালে। এইবাৰ তেওঁৰ দীৰ্ঘ নিশ্বাস পৰিল। মলয়ে মনতে নিজকে প্ৰশ্ন কৰিলে— মেয়োতো মোৰ প্ৰিয়তমক এইদৰে নিবিড় ভাবে পাবলৈ বিচাৰো। সকলোৱে কোৱাৰ দৰে মই বাক পাগলীনেকি? তেওঁক এই দৰে পোৱা সচাই অসম্ভৱনেকি?

হয়তো অসম্ভৱ! এনে ক্ষীন ধাৰনা এটি মলয়ৰ মনত উদয় হল। লগে লগে ভবিৰ পৰা মুৰলৈকে এদাল স্নায়ু যেন কঁপি উঠিল। তেওঁ যেন এই মুহূৰ্ত্তত ঢলি পৰিব। কোনোমতে সীতাক জোকাৰি দি থৰক বৰক ভৰিৰে আগবাঢ়ি আহিল। সক বিছনাখনত ঢলি পৰি চকু মুদি দীৰ্ঘ নিশ্বাস এৰি কলে—'উস!'

সীতা জাপমাৰি উঠি মলয়ৰ ওচৰ পালেহি। মলয়ৰ দেহৰ ইকাষে সিকাষে লক্ষ কৰি কলে—'মধু কি হৈছে—?' সীতাই অত্যন্ত মৰমত মলয়ক মধু বুলি মাতে।

মলয়ক জোনালীয়েই কিবা কৰা বুলি সীতাই ধৰি লৈছিল। কাৰন চকু খুলিয়েই সীতাই দুৱাৰ মুখত জোনালীক দেখিছিল। অৱশ্যে গুলিয়াই হত্যাকৰা ভবা নাই। বিজুলভাবটো বৰ্ত্তমান জোনাৰ হাতত নাই। মলয়ৰ গাতো গুলি লগাৰ চিহ্ন তেজৰ ফোটা এটাও নাই। মলয়ে চকু মেমেলা কৈয়ে আছেকৈ মুৰ'টো জোকাৰি জনালে তেওঁৰ একো হোৱা নাই বুলি। এতিয়াও জোনালী দুৱাৰ মুখত বৈ আছে। সীতা জোনালীৰ কালে আগবাঢ়ি গল। জোনালীয়ে সীতাৰ হাতত কাগজ এখন গুজি দিলে। সীতাই কলে—'তোক কোঠাৰ পৰা ওলাই আহিবলৈ কিহে পাইছে?'

অবাক ভাবে জোনালীয়ে সীতাৰ মুখলৈ চাই ততাতৈয়াকৈ সেই ঠাইৰ পৰা আতৰি গল। এনেকৈ এই সুৰৰে কথাকোৱা এইজনী সীতাক জোনালীয়ে যেন চিনি পোৱা নাই। সীতাই কাগজখন মেলি চালে। তাত লিখা আছিল কাৰোবাক মোৰ হত্যা কৰিবৰ মন গৈছে। পাৰিলে গোটেই পৃথিৱীকে। তোমাৰ জীৱন বিষাক্ত কৰা তেনে আৰু কোনো নাইনে? জীতা নানাহঁতেই বা জীয়াই থাকি কি কৰিব? পৃথিৱীৰ কিবা উপকাৰত সিহঁত আহিবনে? বিভল ভাৰটো মোক দিবানে?

ইতিমধ্যে আশিষৰো টোপনি ভাগিল। সীতাই মুখ ধুই আহো বুলি ওলাই গল। যাওঁতে দুৱাৰ মুখৰ পৰা মলয়ক কৈ গল—'শুই থাক মধু। উঠি নাহিবি।'

সীতা গৈ জোনালীৰ ওচৰ পালেগৈ। জোনালীক গালত মূৰত হাত ফুৰাই আদৰ কৰি কলে—'তই এনেকৈ ওলাই সোমাই সুফুৰিবি। তোক কোনোবাই দেখিলে আমি সকালো মৰিম। জীতাহঁতক জীয়াই থাকিবলৈ দে। প্ৰত্যেক জীৱনৰে একোটা মূল্য আছে। এসময়ত তাহাঁতি কিজানি একোডোখৰ অমূল্য বস্তুই হয় গৈ কোনে জানে? বুৰঞ্জীৰ পাতত তাহাঁতৰ নাম কিজানি আদৰ্শ হৈ চিৰদিন জিলিকি ৰব॥ সেইবোৰ একো নইলেও পৃথিৱীলৈ আহিছে পৃথিৱীৰ লগত পৰিচয় হৈ যাওঁক। তোকো অলপ পাচত সেই সুবিধা দিয়াৰ চেষ্টা কৰিম।'

এইবাৰ জোনালীয়ে লাহেকৈ মূৰটো লৰালে। সীতাই ইয়াৰ অৰ্থ বুজিলে তাইক পৃথিৱীয়ে আকৰ্ষন কৰিব পৰা নাই।

ইফালে সীতা ওলাই যোৱাৰ পাচত আশিষ আহি মলয়ৰ ওচৰত বহিছিল। সীতাই মলয়ক উঠিবলৈ মানা কৰি যোৱা কথাষাৰ শুনিছিল। মলয়ৰ কপালত হাত এখন থৈ মাত দিলে।'

'লয় কি হল তোমাৰ?'

ক্লান্ত ভাবে পৰি থকামলয়ে ক্লান্ত ভাবেই আশিষৰ মুখলৈ চাই অকনমান হাঁহিলে। এই হাঁহিৰে তেওঁ আশিষক পুৱাৰ সম্ভাষণ জনালে। তাৰ পাচত বিছনাতে উঠি বহি কলে 'একো হোৱা নাই।'

'সীতাই যে উঠিবলৈ মানা কৰি গল ?'   তুমিও শুই পৰিছিলা।'

'হঠাতে কিবা লাগি গৈছিল।   কেনে যে লাগিছিল !!'

'তোমাৰতো কোনো কাম নাই।   ইয়াতে অকন পৰি থাকা বুলি আশিষো মুখ ধুবলৈ বুলি ওলাই গল।

মলয় ক্লান্তভাবে আকৌ শুই পৰিল।   তেওঁ নিজকে প্ৰশ্ন কৰিলে মোৰ হৃদয়ে বাৰু আশিষৰ নিবিড় সম্পৰ্ক বিচাৰিছেনেকি ?   আকৌ নেওঁ নিজে নিজৰ এই প্ৰশ্নৰ উত্তৰ দিলে ওঁহো।

মলয়ে উপলব্ধি কৰিলে মানুহৰ তিনিটা মন থকা কথা।   চেতন, অবচেতন আৰু অচেতন।   চেতন মন তেওঁৰ সৰ্বক্ষণ সচেতন। অবচেতন মনে হয়তো আশিষৰ সান্নিধ্য বিচাৰিছে।   অচেতন মনে বা পাচত কি কব !   সেয়া তেওঁ নাজানে।

এইবাৰ মলয়ে ভাবিলে মোৰতো পৰি থাকিব লগীয়া একো হোৱা নাই।   এইদৰে থকাৰ মানে — ?

মানে নিশ্চয় প্ৰিয়জনৰ সান্নিধ্য লভা।

মোৰ প্ৰিয়জন ?

কৃষ্ণ— ?

ওহো তেওঁতো নাহে।   মলয়ৰ আকৌ দীৰ্ঘ নিশ্বাস পৰিল।

সীতা সোমাই আহি মলয়ৰ মূৰত হাত ফুৰাই সুধিলে—'ভাল পাইছ -'   মলয়ে 'ও' বুলি কৈ সীতাৰ কথাই ভাবিলে—

সীতাক সম্মান জনাই তেওঁ সীতাবা বুলি মাতে।   সমবয়সীয়া সীতাই তেওঁক মাতৃৰ দৰে মৰম কৰে। পিতৃ মাতৃ দুয়োজনে তেওঁলোকক দিব লগীয়া মৰম নিদিয়াত সেই মৰম সীতাই পূৰন কৰি আহিছে।   পঙ্গু জোনালী বিছনাত পৰি থকাৰ পৰা সীতাৰ মৰমেই তো জোনালীক থিয় হবলৈ শক্তি জোগালে।   জড় হৈ পৰা হাত ভৰিৰ জড়ীভূত জোনালীৰ দেহত প্ৰাণ শক্তি সঞ্চালন কৰিবলৈ সক্ষম হৈছিল সীতাৰ অমৃত সনা মৰমৰ ব্যৱহাৰত।

কোনো এটা সময়লৈকে জোনালী স্বাভাৱিক ভাবেই খোজ কাঢ়ি

উঠি বহি ফুৰিছিল। কোনোবা সময়ত সকলো শক্তি হেৰুৱাই বিছনা ললে। সীতাই এদিন মাক দেউতাকৰ অনুপস্থিতিত এজন নাম কৰা ডাক্তৰ আনিলে।

সীতাই ভাবিছিল জোনালীয়ে জীৱনত কি পালে? মা-পাপাই তাইক অকন মুকলি বতাহৰ পৰাও বঞ্চিত কৰি ৰাখিছে। পৰিচয়তো নিদিলেই। কোঠাটোৰ ভিতৰতে কিমান ঘূৰিব। কিমান শুব। কিমান বহিব। সেই একেখন আকাশলৈকে বা আৰু কিমান চাব। তাইৰ আমনি লাগিল। জীৱনে আমুৱালে। অদমনীয় আক্ৰোস ঘৃণা নিৰাশা এই সোপাকেনো আৰু কেনেকৈ গোপনে লৈ থাকিব? বিতৃষ্ণাৰে ভৰি পৰা দেহাটো যেন ক্ৰমাত গধুৰ আৰু গধুৰ হৈ আহিল। জোনালী বিছনাৰ পৰা নুঠা হল। নুঠা হল মানে উঠিব নোৱাৰা হল।

সীতাই এদিন মৰমৰে জোনমনিক কলে—জোনমনি তোৰ ঠাইত মই হোৱা হলেও ময়ো ইচ্ছা কৰি এই দৰে জড় হৈ পৰি থাকিলো হেঁতেন। এই দৰেই আনৰ দৃষ্টি আকৰ্ষণ কৰাৰ চেষ্টা কৰিলোহেঁতেন। আশা হল হেঁতেন হয়তো মা-পাপাৰ অকন সহানুভূতি পাম বুলি। কিন্তু যেতিয়া দেখিলো হেঁতেন এই ঔষধে একো কাম নিদিলে তেতিয়া উঠি বহি আন পদ্ধতি ললো হেঁতেন।

জেনোলীক দিয়া সীতাৰ এই ঔষধে একো কাম নিদিলে। জোনাই এনে ভাব কৰিলে যেন সীতাৰ এই কথাৰ কোনো মূল্য নাই

আন এদিন সীতাই 'পইজন' বুলি বঙা আখৰেৰে লিখা সৰু বটল এটা লৈ জোনালীৰ পৰা অলপ ব্যৱধান ৰাখি বহি কলে—

'জোনা এয়া বিহ। ইয়াৰ এটোপেই মৃত্যুৰ বাবে যথেষ্ট। জীৱনে পৱিত্ৰ বায়ুৰ আহবানে মোকো কানে কানে মাথোন অহৰহ কৈছে মিছা, মিছা, সব মিছা। তই যদি ভাল হলি হেঁতেন তেতিয়া অৱশ্যে কথা বেলেগ আছিল। মই ভাবিছিলো তোক লৈ এনিশা মা-পাপাৰ অজ্ঞাতে ঘৰৰ পৰা পলাই যাম। মা-পাপাৰ বহুত টকা আছে। তোক নি এখন ভাল হাসপাতালত ভৰ্তি কৰি দিম। প্লাষ্টিক চাৰ্জাৰিৰ দ্বাৰা

তোৰ মুখ বেলেগ মুখ কৰি দিম। কিন্তু কি হব। তোৰ এই অসুখ হল।'

কথাকেইটা কৈ সীতাই জোনালীৰ হাতখন দুই হাতৰ মাজত ভৰাই লৈ কলে—'তোকেই সকলোতকৈ বেচি ভাল পাইছিলো। সেয়ে তোৰ ওচৰতে মই শুই পৰিবলৈ আহিছো। শুই পৰিবলৈ মানে এই বিহখিনি খাবলৈ। নহলে তই ৃগ মোৰ মৃত্যুদেহৰ-কাষত-বহি-কান্দিবলৈ-না-পাবি। তোৰ এই এটা শোকে বুকু ভাঙি দিব। শেষ বাৰলৈ মোক এবাৰ চাই লোৱাৰ পৰাও তই বঞ্চিত হবি।'

সীতাৰ চকুত চকুপানী। কথা কেইটা সীতাই আন্তৰিকতাৰেই কৈছিল। অলপ দূৰত বহি সীতাই বটলৰ সাফৰ খুলিবলৈ লওঁতে জোনালীয়ে ঘপহকৈ বহি সীতাৰ হাতখন থাপ মাৰি ধৰিলে। সীতাই বটলটো দলিমাৰি দি জোনালীক সাৱটি ধৰি কলে—'আজি নিশা মা পাপা-শোৱাৰ পাচত তই মই আৰু পৱন পাচ ফালৰ বাটেদি ওলাই যাম। নদীৰ পাৰত খোজ কাঢ়ি ফুৰিমগৈ।'

এই আৰম্ভ। এইদৰে সীতাই জড়ীভূত জোনালীৰ দেহত প্ৰাণশক্তি সঞ্চালন কৰিলে। সচাই সীতাই জোনালীক সন্ধ্যাৰ পাচত বা আৰু নিশা অলৈ তলৈ উলিয়াই নিয়ে। পৱনেই গাড়ী ড্ৰাইভ কৰে।

এই কথাবোৰ সীতাই মলয়ক কৈছিল। তেতিয়াৰ পৰাই জোনালীয়ে উঠা মেলা কৰি আহিছে। এই কথা সীতা মলয়া পৱনৰ বাদে আনকি জোনালীৰ কাম কৰি দিয়া আয়ায়েও নাজানে। কিছুদিনৰ পাচত মাকে নজনাকৈ কিছু টকা দি সীতাই আয়াক বিদায় দিছিল। প্ৰথম কিছুদিন সীতাই নিজ হাতে জোনালীৰ দেহত অলিভ অইল মালিচ কৰি দিছিল। এতিয়া সেইবোৰ একোৰে প্ৰয়োজন নাই।

মুখ ধুই বগা টাৱেল এখনৰে মুখ চকু মোহাৰি মোহাৰি কোঠালৈ আশিষ সোমাই আহিল। চেন্দেলৰ শব্দতে সেয়া যে আশিষ মলয়ে বুজিব পাৰিছিল। চকুমুদি পৰি থাকিয়েই বুজিছিল আশিষ আহি ভেঙৰ

বিছনাৰ কাষত বৈছেহি। আৰ্শিষ বিছনাত বহাৰ লগে লগে মলয়া বিছনাতে উঠি বহিল।

সাজ পাৰ সলাই সীতাও আহি তেওঁলোকৰ ওচৰত বহিলহি। সীতাৰ মনত দেহত কতোৱেই অৱসাদৰ চিহ্ন মাত্র নাই। সীতাৰ পাচতে সোমাই আহিল মিনি। তেওঁৰ হাতত চাহৰ ট্রে। বিছনাতে বহি আৰ্শিষ আৰু সীতাই ব্রেকফাষ্ট কৰিলে।

মলয়াই আৰ্শিষে কেনেকৈ খোৱা বস্তু ধৰে মন কৰিলে তৰ্জনি আঙুলিটো দূৰ কৰি তাৰ সিফালৰ আঙুলিটো ব্যৱহাৰ কৰিছে। দেখি বলৈ বেচ লাগিছে। যেন ইয়ো এক ষ্টাইল।

'আপুনি আৰু পলম কৰা ভাল নহব বুলি কথাষাৰ কৈ মলয়ে আৰ্শিষৰ মুখলৈ চাই ৰল। সীতাই মলয়ৰ মুখলৈ চালোমলয়ে আকৌ কলে–

'আমাৰ ঘৰখনৰ দূৰ্নাম হল। এনে ঘৰত আপুনি আবদ্ধ হৈ থোৱা কথাত আপোনাৰ মাৰ চিন্তা নহবই বা কিয়। তেখেতে নিশ্চয় চিন্তা কৰি আছে। ৰহস্যময় হৈ উঠা ঘৰখনৰ ৰহস্যৰ মেৰপাকত আপুনি সোমাই পৰিছে বুলি হয়তো ভয়ো খাইছে।'

কথা কেইটা কৈ মলয়া বিছনাৰ পৰা নামিলে। তাৰ পাচত লাহেকৈ কলে– 'মই ড্রাইভাৰক গাড়ীত তেল ভৰাবলৈ পঠাইছো। মিনিকো দহ বজাত ভাত প্রস্তুত কৰিবলৈ কৈছো।'

ধীৰে ধীৰে মলয় কোঠাৰ বাহিৰ ওলাই গল। সীতাই আৰ্শিষৰ হাত এখন জোৰেৰে খামুচি ধৰি কলে—

'মলয়ে কথাবোৰ কেনেকৈ গভীৰ মাতেৰে কৈছে। তাই আজি আমাক শুই থকা অৱস্থাত দেখিলহি।'

'মলয়ে অন্যভাবে লৈছে নিশ্চয়।' আৰ্শিষে কলে।

'মোক বেয়া ভাবিবলৈও নাই। ভাল ভাবিবলৈও নাই। তাইৰ আগত মই একো কথাৰ লুকঢাক নকৰো। তাই শুনিবলৈ ইচ্ছা নকৰে যদিও মই তাইক মোৰ মনৰ গোপন কথাও কওঁ। তাই বোধহয়

তোমাৰ অধঃপতন হৈছে বুলি ভাবি এনেকৈ কলে। ঘৰটোক তাই দুৰ্নামৰ ঘৰ বুলি বাৰে বাৰে কৈছে। এনেকৈ তোমাক সচেতন কৰি দিছে তুমি যে সমাজৰ মানুহ। তোমাক সকলোৱে শ্ৰদ্ধাৰে চায়। সচাই তুমি যোৱাগৈ।'

দহবজাৰ আগে আগে সীতা কোঠাৰ পৰা ওলাই আহিল। মলয়ক নেদেখি মিনিক সুধিলে মলয় কত? মিনিয়ে জনালে মলয়ে নিজৰ কমত দুৱাৰ মাৰি সোমাই আছে।

কাৰখানাত এঘাৰ বজাৰ হুইচেল মৰা শুনি মলয় কোঠাৰ পৰা ওলাই আহিল। তেওঁ ঠিক বুজিলে ইতি মধ্যে আশিষ গৈ কোনোবা খিনি পালেগৈ। তেওঁ কোঠাত দুৱাৰ মাৰি সোমালে কোনেও বাহিৰফালৰ পৰা মাত নামাতে। আশিষে যোৱাৰ সময়ত মাত লগাই যোৱা কথাত বোধহয় সীতাই বাধা দিলে। মলয়াৰ হৃদয় বেদনাত টন্‌টন্ কৰি উঠিল। আজি এই প্ৰথম তেওঁ এনে দুঃখ উপলব্ধি কৰিছে। লগতে ইয়াকো উপলব্ধি কৰে ইমান দিনে তেওঁ দুঃখ বা সুখ একোৱেই উপলব্ধি কৰা নাছিল সীতাৰ কোঠালৈ সোমাই গৈ দেখে সীতা বিষন্ন মনে চকি এখনত বহি আছে। সীতাৰ মন যেন শূন্যতাই হাহাঁকাৰ কৰা। মলয়া গৈ সীতাৰ কাষত থিয় হলগৈ। চকিৰ পিঠিত হাত থৈ কলে—

'মিছা অভিনয়ৰ কি দাম? কি সন্মান? একান্ত তুমি যদি তেওঁক জীৱনৰ বাবে নিবিচাৰাও তেন্তে তুমি তেওঁক আকৰ্ষিত কৰিছা কিয়? তোমাৰ অভিনয় বোৰকে তেওঁতো সচা বুলি গ্ৰহণ কৰিছে।'

'সচা। সচা। সচা। মলয়া তই নুবুজ মই অভিনয় বুজি নাপাওঁ। মই বুকুৰেই মৰম কৰিছো। কেৱল এওঁকেই নহয়—

সীতা থমকি ৰৈ গল। বহাৰ পৰা উঠি বিছনাত ঢলি পৰিলগৈ। কিছু সময় গাৰুত মুখ গুজি পৰি থাকি মলয়ক মাত দিলে—এই ফালে আহ।' সীতাৰ ওচৰতে মলয় নিৰবে বহি পৰিল। মলয়ৰ মুখলৈ নোচোৱাকৈ সেইদৰে থাকিয়েই সীতাই কলে—

আশিষক তই 'এও' 'তেও' কৰি কথা কৰা কিয়? আশিষলা

বুলিতো মাতিব পাৰ। কিমান যে ভাল। তই বুজিবি কেনেকৈ? কি দৃঢ় ও সংযমী। শ্ৰদ্ধা হয়।- মৰমতে চকুপানী বাগৰি আহে। বুকুখন কেনেবা কৰে। এয়েই আচল পুৰুষ। এওঁ অদ্বিতীয়। যেন তেওঁৰ মৰমতে মৰি যাম।'

'সেয়েতো কৈছো তুমি তেওঁক গ্ৰহণ কৰা। তেৰো নিশ্চয় আনন্দৰে হেপাহেৰে তোমাক গ্ৰহণ কৰিব। তেওঁ আমাৰ আপোনজন হব। নীনাহঁতে এজন সৎ সুন্দৰ অভিভাৱক পাব।'

সীতা কিছু সময় মনে মনে থাকিল। তাৰ পাচত কলে—'লয়—মই পাথৰৰ দেৱতা ভজি পাথৰ হৈ থকা নাই। মানুহ কৃষ্ণতে—মানে এওঁতে মন প্ৰাণ আহুতি দি ধন্য হলো হেঁতেন। কিন্তু মই যে আন এজনৰ ওচৰত বান্ধ খাই আছো। তেওঁৰ বৰ্ত্তমানত মই এনে কথা ভাবিলে জীৱনকে হেকৰাম।

'মই বুজা নাই কেনেকৈ বান্ধ খালা?'

'পৱনৰ কথা কৈছো। তাতে মই···?

'পৱনে ইমান সাহস কত পালে? কেনেকৈ পালে--?'

'ময়ে দিলো সাহস আৰু এয়া হবলৈ পালে মাৰ দোষত।'

কথাষাৰ কৈয়েই সীতা 'গা ধো গৈ' বুলি কোঠাৰ পৰা ওলাই গল। মলয়ৰ এনে লাগিল এই মুহূৰ্ত্তত তেওঁৰ মাকৰ প্ৰসঙ্গত কোনো কথা হবৰ মন নাই। মাকৰ কথা কিবা ওলালে সেয়া যে শ্ৰদ্ধাৰ মৰমৰ নহব সেই ভাবিয়েই তত্‌তৈয়াকৈ সীতাই 'গা ধো গৈ' বুলি ওলাই গল।

মলয়া গল মাকৰ শয়ন কক্ষলৈ। গৈ দেখে আৰ্শিযে বিছনাত বহি পেপাৰ পঢ়ি আছে। তেওঁৰ চকুৰ আগত পেপাৰ খন। মলয়া গৈ ওচৰত থিয় হলগৈ। আৰ্শিযে চকু তুলি নোচোৱাকৈয়ে কলে—

'সত্যব্ৰতৰ লগত যে তোমালোকৰ নিবিড় সম্পৰ্ক এটি গঢ়ি উঠিছিল কেনেকৈ লিখিছে চোৱা। তুমি যে প্ৰায়েই সত্যব্ৰতৰ ভাড়াঘৰটিত সোমোৱা সেই কথাও বাদ যোৱা নাই।'

সীতা বুলিয়েই আৰ্শিযে মলয়াৰ হাতখনত ধৰি ওচৰ চপাই আনিলে।

মুখলৈ চকু তুলি নোচাৱাকৈ তেওঁ কাগজত চকু থৈয়েই হাতৰ পিঠিত চুমা দিলে; মলয়ে হাতখন নিজৰ চকুৰ আগলৈ আনি অলপ সময় আশিষৰ ওঁঠৰ পৰশ পৰা ঠাই ডোখৰ চাই থাকি কোমলকৈ কলে—

'মই মলয়হে।'

এই কথা শুনি তৎক্ষনাত আশিষে হাতৰ কাগজখন আঁতৰাই থৈ মলয়ৰ মুখলৈ চালে। মলয়াই দেখে তেওঁৰ চকুত অসহায় ও কাকুতি। মলয়াই লাহেকৈ কলে—

'আপুনি কোনো দোষ কৰা নাই। সিদিনা সীতাবায়ে মোৰ এই শাৰিখন পিন্ধি পাৰে মানে চেন্ট ঢালি আপোনাৰ ওচৰলৈ আহিছিল। সেই চিনাকী গন্ধতে নিশ্চয় ভুলহৈ গল। আপুনি নগলযে?'

এইবাৰ মলয়াৰ এই প্ৰশ্নত আশিষ বিবুদ্ধিত পৰিল। অলপ বৈ কলে—'সীতাৰ পৰা আৰু কিছু কথা শুনিব লগীয়া আছে। মই নোসোধাকৈয়ে তেওঁ সকলো কৈ গৈছে। তোমাৰ মা পাপাক হত্যাকৰা নায়কৰ খবৰ মই সীতাৰ পৰাই পাম।'

সীতাবাকে সন্দেহ হয়—নহয়নে?' মলয়ে কলে।

'সন্দেহ হলেও তেওঁ হত্যাকাৰী নহয় যেন লাগে। মোৰ মাথোন সন্দেহ হয় সীতাই সকলো জানে। হত্যাকাণ্ডবোৰ কিয় ঘটিবলৈ পালে সেই কথাও ভালকৈ জানে।

মা-পাপা জীয়াই থকাত কাৰ কি কাৰ্য্যত ব্যাঘাত জন্মিছিল কি উদ্দেশ্যতযে মা-পাপাক হত্যা কৰিলে! মই একো বুজিও নাপাও। কাকো সন্দেহো নহয়। সীতাবায়ে কিবা-কিবিবোৰ গাই থাকে বাবেহে মোৰ ভাব হয় মানে মোৰ মনটো খেলি মেলি লাগে। কি জানি—। কি জানি!'

মলয়াই কথাষাৰ সমাপ্ত কৰিব নোৱাৰিলে। আশিষে কলে—

'প্ৰতুল, বৰুণ প্ৰফেচাৰ ইন্দ্ৰ, ডাক্তাৰ প্ৰসন্ন সত্যব্ৰত সকলোকে নিশ্চয় একেজনেই হত্যা কৰিছে। প্ৰখ্যাত কণ্ঠ শিল্পীজনাক কিন্তু বি দোষবে দোষী হওঁক ক্ষমা কৰি জীয়াই থাকিব দৈ দিব লাগিছিল।

সুৰক হত্যা কৰিলে, সুন্দৰক হত্যা কৰিলে স্ৰজন শক্তিক হত্যা কৰিলে। মই বিচাৰক হোৱা হলে—ওহোঁ এওঁ খুনী হলেও মই এওঁক মৃত্যুদণ্ড নিদিলো হেঁতেন। সুন্দৰৰ প্ৰতি সুন্দৰৰ দুৰ্ব্বলতা জন্মগত। সুন্দৰৰ সাধক জনৰ মাৰৰ প্ৰতি দুৰ্ব্বলতা—'

'প্লীজ—!' মলয়াই হাত যোৰ কৰি আশিষক অনুৰোধ কৰি কলে—'মই মলয়া। মোৰ সমুখত মাৰ কোনো এনে সমালোচনাই নকৰিব। মোক ক্ষমা কৰিব। মই একো জানিব নোখোজো। মৃত্যুৰ সময়ত মাৰ চকুত ফুটি উঠা অসহায় আৰু কাকুতিৰ সেই চকু মোৰ মই পাহৰিব পৰা নাই। মাৰ মুখখন মোৰ সৰ্ব্বশৰীৰ যেন অগ্নিস্নানত পৱিত্ৰ হৈ পৰিছিল। মোৰ বুকুত সেই ছবি সজীৱ হৈ ৰওঁক।'

কিছু সময় দুয়ো মনে মনে থাকিল। তাৰ পাচত আকৌ আশিষে কলে—সীতাই এই সকলক হত্যা কৰিবলৈ কাকো উদগাই নিদিলেও সীতা যে এই হত্যাকাণ্ডৰ লগত কেনেবাকৈ জড়িত হৈ পৰিল ই সত্য।'

কোঠালৈ মিনি সোমাই আহি আশিষ ও মলয়ক দাইনিংৰুমলৈ মাতিলেহি। সীতাই গা-ধুই সজীৱ সজীৱ ভাবেৰে তেওঁলোকলৈ অপেক্ষা কৰি আছিল। দুয়োৰ মুখত মলয় ও আশিষক দেখি মাত দিলে—

'আহা।'

মিনি আৰু জীতাই এটা এটাকৈ পাত্ৰবোৰ আনি টেবুলত থলেহি। সীতাই আশিষক কলে—

'পৰনক এইকামৰ পৰা ছুটি দিলো। মিনি আছে। মই আছো। প্ৰয়োজন হলে আন কাবোবাক ৰাখিম। বেয়া হল নেকি ?'

'বেচ্ কৰিলা। ইমান দেখনীয়াৰ লৰাটো পাকঘৰত লাগি থকা দেখিলে বৰ আসজা লাগে। কলেজ ইউনিভাৰচিটিলৈ অহা-যোৱা কৰিলেহে শুৱাই পৰিল হেঁতেন। তেওঁ ৰাক পঢ়া শুনাত কেনে আছিল জানানে ?'

'পৰীক্ষাত বহিলে পাচ কৰিব। কিছুদিন চোৱা হৈছিল। পাচ কৰিলে কলেজত পঢ়িবই। এই গোলমাল বোৰে এতিয়া কাৰ জীৱনৰ সোঁত কোন ফালে ঘূৰাই কোনে জানে '

শেষৰ ফালে সীতাৰ মাত গধুৰ হল। জীতালৈ চাই থাকি এইবাৰ তেওঁ জীতাক সুধিলে 'তোক এইদৰে পৰিবেশন কাৰ্য্যত লাগিবলৈ কোনে কলে ?'

'চাবে।'

'চাৰে।' সীতাই কলে—'চাৰ বুলি কবলৈ তোক কোনে কলে ?'

'মলয়বায়ে।' জীতাই কলে।

'তাই নিজে চাৰ বুলি নামাতে কিয়। অসন্তোষ ভাবে কথাষাৰ কৈ সীতাই জীতাক আদেশৰ সুৰত কলে—'চাৰ বুলি নকবি। দাদা বুলিবি। আজিলৈকে সম্ভৱ তইঁতে দাদা বুলি কাকো মাতি পোৱাই নাই। এওঁ তইঁতৰ একমাত্ৰ দাদা।'

সীতাৰ অজ্ঞাতে হঠাতে কিয় জানো দীৰ্ঘ নিশ্বাস পৰিল। জীতাই পাত্ৰ এটাৰ পৰা মাছৰ টুকুৰা এটালৈ আশিষৰ থালত দিলে। সেইফালে চাই সীতাই আশিষক কলে—

'তুমি দুদিনতে আমাৰ ঘৰৰ গোমোঠা পৰিবেশটো প্ৰাণ দিবলৈ সক্ষম হৈছা।'

ঘৰৰ গোমা বতাহখিনি পাতল কৰাৰ কথা তোমালোকে চিন্তা নকৰা বাবেহে। এই কাৰ্য্যত তো কষ্ট কৰিব লগীয়া একো নাই। অথনি মই গৈ দেখো মনটো মাৰি জাতু শুই আছে। মই তেওঁক বিছনাৰ পৰা তুলি আনিলো। মলয় আৰু তুমি জানো তেতিয়া কত আছিলা। তুমি পাকঘৰত আছা বুলি চাবলৈ আহি দেখো মিনিয়ে কলডিল কাটিছে। মই জীতুক কলো—চোৱা কলডিল কেনেকৈ কাটে। পাৰিবা ? এইবাৰৰ পৰা মই আহিলে তুমি বহ্নি বাঢ়ি খুৱালেহে আহিম। কথাষাৰ কৈ মই শুচি আহিলো। তেওঁ তেতিয়াৰ পৰা মিনিৰ লগত লাগি আছে। সুন্দৰ ছোৱালী। তোমাৰ কাম কৰি কেনে লাগিছে— ?

'ভাল লাগিছে।' অকনমান হাঁহি জীতাই কলে।

ভাতখাই উঠি সীতা জোনালীৰ কমত সোমাইছিলগৈ। আনদিনাৰ দৰেই সীতাই জোনালীক মাত দিলে—'জোন মণি তুমি খালা নহয় ?' জোনমনিয়ে আনদিনাৰ দৰে মূৰ দুপিয়াই প্ৰত্যুত্তৰ নিদিলে। আনদিনাৰ দৰে জোনালা সীতাৰ অপেক্ষাত বহি থকাও নাই। সীতাই ভাবিলে জোনালীৰ টোপনি। মুখত হাত ফুৰাই মৰম কৰিব খুজি সীতা থমাক বৈ গল। জোনালীৰ গাল মুখ ইমান চেচা কিয় ? ওচৰত সক বটল এটা পৰি আছে। যিটো বটল হাতত লৈ সীতাই জোনালীৰ ওচৰত বহি—তাইক বন্ধুৱাবৰ বাবে অভিনয় কৰিছিল। সচাই সেইটোত মাৰাত্মক বিহ আছিল। সীতাই সিদিনা আনন্দ উত্তেজনাৰে জোনালীক সাৱটি ধৰোতে বটলটো লৈ সীতা আশিষৰ ওচৰলৈ লৰি আহিল। আশিষৰ হাতখনত ধৰি টান মাৰি কলে

'অৱশেষত মই জোনাকো হত্যা কাৰলো। চোৱাহি আহা।'

জোনালাৰ মেজত খোৱাৰ ঢাকোন ঢাকোন হৈয়েই আছে। মিনিয়ে ভাতদিবলৈ আহি মাত দি মাত নাপায় টোপনি বুলি তেনেকৈ থৈ গুচি গল। অসুস্থ ছোৱালী বুলি কটিন মতে প্ৰতিদিন খায় শোৱে। দুপৰীয়াৰ আহাৰ দিয়ে দহ বজাত। সীতাই বুজিব পাৰে দহ বজাৰ আগতেই জোনাই বিহপান কৰিলে। তেতিয়াৰ পৰাই জোনালী স্পন্দন হীন হৈ পৰি আছে।

এইবাৰ সীতাই জোনালীয়ে লিখি কথা কোৱা বহী খন মেজৰ পৰা তুলি ললে। তাত লিখা আছিল—সীতা বাইদেউ ! মোৰ গুলাই যাবৰ মন গৈছে। বতাহৰ বেৰ আকাশৰ চালৰ সীমাহীন ঘৰটিৰ আহ্বানে মোক উতলা কৰিছে। যাও দেই। তুমিও সোনকালে গুচি আহিবা।

তলত নিজৰ নাম চহী কৰি আকৌ লিখিলে সীতাবাইদেউ ! মোৰ কোনো আক্ষেপ নাই। মই জিকি গৈছো। আশিষ নিৰবে বেৰৰ কাষত থিয় হৈ আছিল। সীতাই আহি আশিষক দুইহাতে জোকাৰি

দি কলে—'এনেকৈ চাই থাকিবা নেকি? ডাক্তৰ 'কল' কৰা। জোনমণিক বচাওঁকহি।'

'না'। লাহেকৈ আশিষে কলে। অলপ বৈ আকৌ কলে—'জোনমণি ইতিমধ্যে চিৰ নিদ্ৰাত শুই পৰিছে। চোৱা তেওঁৰ মুখ খন কি শান্ত। আসক্তিহীন সংসাৰত জীয়াই থকাৰ জোনমণিৰ আৰু কোন যন্ত্ৰণা নাই।

'তথাপি মই ডাক্তৰ·· ···'

'পাগলামি নকৰিবা।' আশিষে সীতাক বাধা দি কলে—'এই মুখ আজি কাৰো অপৰিচিত নহয়। বাজখোৱা পৰিয়ালৰ হত্যাকাণ্ডৰ লগত সমন্ধ থকা সত্যব্ৰতৰ হত্যাকাৰীৰ প্ৰমাণিত হোৱা মুখখন (কাগজত দেখা) সকলোৱে মনত ৰাখিছে। তাতে তেওঁ যি বিহ খাইছে ইমান সময় প্ৰাণথকা সম্ভৱো নহয়।'

সীতাই চিৰ নিদ্ৰাত শুইপৰা জোনালীক বুকুত সাৱটি এটি অদ্ভুত শীতল কণ্ঠৰে কৈ গল—

'জোনমণি খিড়িকীৰে আৰু পুৱা গধূলি তই আকাশলৈ চাই নাথাক। সেই আকাশেই তোক দুবাহু মেলি মৰমেৰে আহ্বান কৰিলে জোনমণি মৃত্যুতহে আনন্দ বুলি তই আৰু মোক জীৱন কেৱল যন্ত্ৰনাৰ বুলি বুজাবলৈ চেষ্টা নকৰ।

কোঠাতে সীতাই মিনিৰ সহায় লৈ মাহ হালধীৰে জোনমণিক গা ধুৱালে। নিজৰ ধুনীয়া সাজ এজোৰ পিন্ধাই মুখ ডিঙি পিঠি আদিত পাওদাৰ ৰহি দি চেন্ট ছটিয়াই বিছনাতে দিনটো জোনমণিক থৈ নিজেও কাষতে বহি থাকিল। সীতাই এইদৰে জোনমণিৰ মুখলৈ চাই থাকিল যেন কোন সময়ত জোনমণিয়ে চকুমেলি সীতালৈ চাব সীতা সেই অপেক্ষা ত আছে।

দাৰোৱানক আদেশ দিয়া হল—সীতাৰ আদেশ নাপালে যাতে কাকো ভিতৰলৈ সোমাবলৈ নিদিয়ে। আশিষক কলে—'মৃতদেহ নিবলৈ বাহিৰৰ কোনো আহিব নোৱাৰে। ৰবো মিনি পৰাণৰ বাদে

বাহিৰা মানুহ কোনেও যাতে একো গম নাপায়। জোনমণি সীমাৰ বাহিৰলৈ যাব নোৱাৰে। তাইতো গলগৈ। তাইৰ শৱদেহা ইয়াতে কৰবাত থোৱাৰ ব্যৱস্থা কৰিব লাগিব।

মৃত জোনমণিৰ কপালত মূৰত হাত ফুৰাই সীতাই কলে এদিন এই মোৰ মুখলৈ চাই থাকি তাইৰ বহীখনত লিখি মোক সুধিলে— 'সীতাবাইদেউ তোমাৰ কি হৈছে?'

'একো হোৱা নাই।' মই কলে।

'তুমি মোক ফাকি নিদিবা। মই তোমাৰ মুখত অন্তৰৰ যন্ত্ৰণা দেখিছো।' জোনালীয়ে কলো।

'এটা এটাকৈ কেইবাটাও বিষাক্ত সাপে মোক খোট মাৰিলে। বিষতে মই যন্ত্ৰণা পাইছো। ইন্দ্ৰ আৰু প্ৰসন্নক যেতিয়া মই বুজিব পাৰিলো তেতিয়া সচাই মই অনুতাপত দগ্ধ হৈছিলো। কাৰণ তেওঁলোকে মোৰ পৰা সকলো আদায় কৰি লৈছিল। যেতিয়া ইন্দ্ৰৰ লগত মোৰ নিবিড় সম্পৰ্ক গঢ়ি উঠিছিল তেতিয়া তেওঁ মোক পাবলৈ বিচৰাত—কি বুলি যে কম? তুমি বুজিছা নিশ্চয় মই বাধা দিব নোৱাৰিলো। ভাবিছিলো বাধা দিলেনো কি হব! এৱেই তো স্বামী হব! ডাক্তৰ প্ৰসন্নৰ ক্ষেত্ৰতো সেয়ে হল। আচলতে মই যাক ভাল পাইছিলো তেওঁৰ কথাশুনা বাধ্য পত্নী হবলৈকে বিচাৰিছিলো।

মই সকলো কথা জোনাক বুজাই কলো। ইহতে মোক প্ৰৱঞ্চনা কৰিলে। মোৰ যত অশান্তিৰ মূল ইহঁত। আন একো নহয়। অপাত্ৰত সকলো সপি দিয়াৰ যন্ত্ৰণা।

সেই দিনাই এইক আমাৰ ঘৰুৱা পৰিবেশটোৰ কথা কলো। মাৰ ডায়েৰীত পোৱা সকলো কথা এইক কবলৈ মোক যে কিহে পাইছিল! তাইকে মোৰ একমাত্ৰ বন্ধু যেন লাগিছিল। মোৰ মনৰ দ্বন্দ্ব, মোৰ সুখ দুখৰ আনন্দ ও আশা ভঙ্গৰ কাহিনী কৈ মই বাৰু এইৰ পৰা কি বিচাৰিছিলো॥

মই পাচতহে গম পাওঁ ইন্দ্ৰৰ বিয়া বহুত দিনৰ আগেয়েই হৈ-গৈছে। যাক বশ কৰি থব পাৰি এনে এজনী সৰল ও শান্ত স্বভাৱৰ ছোৱালী বিয়া কৰাই ঘৰত থৈ এইকালে অবিবাহিত ডেকাটি সাজি (তেওঁৰ মতে) জীৱন উপভোগ কৰাৰ চেষ্টাত ঘূৰিছিল। পাচত গম পাইছিলো মোৰ আগত বিষন্ন মুখেৰে গোৱা 'ডাইলগ' খিনি আৰু বহুতৰ আগত গাইছিল। আনকি একেদিনাই তিনি গৰাকীৰ কানত একেখিনি কথাকে গুনগুনোৱাৰ প্ৰমানো পালো। ডাক্তৰ প্ৰসন্নৰো বিয়া হৈ গল। অৱশ্যে তাত মোৰ কোনো আক্ষেপ বা দুঃখ নাই। কাৰণ মোৰ পৰীক্ষাত তেওঁলোক উত্তীৰ্ণ হব পৰা নাছিল। মই জোনালীক কৈছিলো—'জোনা পৰাহলে মই ইহঁতক বিহ দি হত্যা কৰিলো হেতেঁন। মৃত্যু যন্ত্ৰণাত ইহঁতে ধৰ্ফৰাই উঠা দৃশ্যটোৱে মোৰ মনৰ সকলো গ্লানি-ধই নিলে হেতেন।'

জোনালীয়ে গভীৰ মনযোগেৰে মোৰ কথা শুনি আছিল। তাৰ পাচত তাই বহীখন তুলিলৈ খচ্খচকৈ লিখিলে '—মই তোমাক শাস্তি দিম।'

'পাৰিবি -?' মই সুধিলো।

'মোৰ বুকুতো জুই আছে। মই এই জুইৰে গোটেই পৃথিৱী জ্বলাই দিম যেন। তাৰ মানে গোটেই পৃথিৱী জ্বলিলে দাউ দাউ কৈ যিমান জুই জ্বলিব মোৰ বুকুত সিমান জুই আছে। সেই জুই অপ্ৰকাশিত আক্ৰোশৰ, ঘৃণাৰ। মা বাহিৰলে ওলাই যাওঁতে প্ৰায়েই মই খিড়িকীৰে সকলোৰে অজ্ঞাতে মাক জুমি চাওঁ। সুন্দৰী মাক দেখিলে সেই সময়ত খং আক্ৰোশত মোৰ দেহ মন জ্বলি উঠে। মোৰ এনে লাগে যেন লৰি গৈ মাৰ ডিঙি চেপি ধৰিমগৈ।'

মই জোনালীক কলো—'সুন্দৰ পৃথিৱীখনত ইহঁতিয়েই খলা-বমাৰ সৃষ্টি কৰে। আমি তাত উজুটি খাই জীৱন অসুন্দৰ কৰো। মাৰ বদি আমিয়েই ধ্যান হলো হেতেন! মায়ে যদি আজি কত খোজ পেলাইছো মন কৰিলে হেঁতেন।'

বুকুৰ ভিতৰৰ পৰা উভাই অহা বাকহীন ক্ৰন্দনে ডিঙিতে চেপাখাই ধৰি গৈছিল। 'ইহঁত বিষাক্ত কীট। যিমান পৰা যায় ইহঁতক ধ্বংস কৰি যাব লাগে। এয়ে ধৰ্ম।' জোনালীয়ে বহীখনত লিখি দিছিল। মই বহীখন থৈ বিছনাত ঢলি পৰিলো। তাইকো কাষতে শুৱাইললো। মই বহু সময় চকুমুদি পৰি থাকি এসময়ত চকুখুলি দেখো জোন মনিয়ে মোৰ মুখলৈ চাই আছে।

জোনমনিয়ে কথা কব নোৱাৰে। কানেৰে শুনে। সকলো বুজি পায়। হৃদয়েৰে উপলব্ধিও কৰিব পাৰে। মই ভাবো তাই কিয় কথা কবলৈ নিশিকিলে। তাই ডাঙৰ হল কমৰ ভিতৰত। আয়াৰ লগত। আয়াই তাইক শুৱাই থৈ বা বহুৱাই থৈ দুৱাৰত হুক লগাই শুই থাকে। নহলে মনে মনে কিবা এখন পঢ়ি থাকে। জোনাৰ কৰিব লগীয়া কাম খিনি আয়াই নিৰবে কৰি যায়। জোনাক এষাৰো কথা নকয়। আপোন মনে নিজে নিজকো একো নকয়। কাৰোবাক উদ্দেশ্য কৰিও কথা এষাৰ নকয়। যেন যান্ত্ৰিক মানুহে সকলো সময় মতে কৰি যায়। জোনাই আন কাৰো মাত কথাও নুশুনে। তাই কি ভাষা কব! কি মাত মাতিব। এয়া অৱশ্যে মোৰ মনৰ কথা। কোনো বিশেষজ্ঞই কোৱা কথা নহয়। যি সময়ত মাত ফুটিব লাগিছিল সেই সময়ত তাই দ্বিতীয় সঙ্গ পোৱা নাছিল। আমি আছিলো সক সক। আমাক আমাৰ আয়াই দূৰে দূৰে লৈ ফুৰিছিল। অৱশ্যে মই পলমকৈ হলেও তাইক অকন সঙ্গ দিছিলো। কোনো এক সময়ত মোৰ ভাব হল, জোনাইতো সকলো কথা বুজি পায় তাইক আখৰ চিনাও। তাই তাইৰ কথা লিখি ব্যক্ত কৰিব পাৰিব। সেই মতেই মই সকলোৰে অজ্ঞাতে আখৰ চিনালো। তাই লিখিব পঢ়িব পৰা হল।

সকলোতকৈ ডাঙৰ কথা সৌ সিদিনালৈকে মই এইক আমাৰ সহোদৰা বুলি নাজানিছিলো। পৰনে কৈছিল এই কোনোবা এজনী আয়াৰ ছোৱালী। কোঠাত আৱদ্ধ কৰি ৰাখি আয়াই আমাৰ কাম কৰিছিল। এদিন এই ঘৰতে এৰি আয়া কেনিবা গুচি গল।

পৰনৰ মুখে এই কথা শুনি মা-পাপাৰ প্ৰতি শ্ৰদ্ধাত মোৰ মূৰ দোখাইছিল। আহা কি মহৎ হৃদয় এওঁলোকৰ। আয়াই এৰি যোৱা ছোৱালীজনীৰ প্ৰতি কোনো কৰ্ত্তব্যবতো অৱহেলা বা আওকান কৰা নাই।

সিদিনা মাৰ ডায়েৰীৰ পৰাহে সঁচা কথা গম পাওঁ। পৰনক কিয় সাজি গল্প কৈছিল সোধাত কলে—'আৰু কি কম? তুমিহে নালাগে জোনায়ো তেনেকৈ জনা হলেই ভাল আছিল।'

ঈশ্বৰতে জোনাই মন প্ৰাণ সপি দিয়ক বুলি নানান ধৰ্ম্ম সমন্ধীয় কিতাপ সংগ্ৰহ কৰি তাইক পঢ়িবলৈ দিলো। ইহলোক পৰলোকৰ জ্ঞান তাই সেইবোৰৰ পৰাই পাইছিল। মৃত্যুতহে আনন্দৰ সন্তেদো তাই সেইবোৰৰ পৰাই পালে।

সেই দিনা জোনাৰ ওচৰত শুই থাকোতে মোৰ কোনোবা সময়ত টোপনি আহিল। পৰনে কিবা কথাত জোনমনিৰ কমত সোমাই ছিলহি। মেজত থকা বহীখন মেলা অৱস্থাত আছিল। সেয়ে হয়তো তেওঁ কি লিখা আছে পঢ়ি চালে। হয়তো তেওঁ ভাবিছিল মইনো জোনাৰ সতে কি কথা হৈছো। কথা এষাৰত পৰনৰ সন্দেহ হল। মই তোমাক শাস্তি দিম বুলি লিখা কথা যাৰৰ অৰ্থ বাৰে বাৰে পৰনে মোক সুধিছিল। বিষাক্ত কীট কোন এই কথাও শপত দি সোধাতো মোৰ পৰা কোনো সমিধান নাপায় জোনালীৰ পৰাই সকলো কথা বুজি ললে। কিয় এই কীট ধ্বংস কৰাৰ কথা মনলৈ আহিছে বুজি লৈ পৰনো জোনাৰ ভাবৰ সঙ্গী হল। কীট ধ্বংস কৰা কাৰ্য্যত দুয়ো এক হল। মই ইয়াৰ শেষ পৰিণতি ভয়ঙ্কৰ বুলি বুজিও মৌন হৈ ৰলো। মোৰ অন্তৰেও যেন মোক অহৰহ কৈ গল তোৰ সুন্দৰ জীৱন টোত এই অসুন্দৰ হতে কালিকা লগালে। তই কব নোৱাৰা কৈয়ে তোৰ গাত ক্ষুত লভিল। তোৰ মন অশান্ত হল। দেহৰ মনৰ পৱিত্ৰতা হেৰুৱাই তয়ো বিষাক্ত কীট্ হলি।

সীতাই জোনালীৰ কপালত চুমা দি কলে—জোনমনি তই মোৰ

মনৰ গ্লানি ধুবলৈ যি কৰি গলি তাৰ ধাৰ পৰিশোধ কৰিবলৈ তেই সময় সুবিধা নিদিলি। জোনালীৰ মৃত্যুত পৱনকো বৰ বিমৰ্ষ দেখা গল। মলয়া দুঃখ শোকত ভাগি নপৰে। আচৰিত সংযম শক্তি তেওঁৰ। অবাক লাগে দেখি। চকুৰ পানী অশেষ ধাৰাৰে অৱশ্যে বৈছিল। জোনালীৰ মৃত দেহৰ কাষত বহি থকা নাছিল। এবাৰ মাথোন কমলৈ সোমাই গৈ জোনাৰ কাষত থিয় হৈছিলগৈ। ক্ষন্তেক পাচতে আকৌ ওলাই আহিল।

দীৰ্ঘ নিশ্বাস এৰি সীতাই আশিষক কলে—মৃতদেহৰ প্ৰাপ্ত কৰা সম্মান কনৰ পৰাও এই বাঞ্চত হল। ফুলেৰে সজাই বগা কাপোৰৰে ঢাকি তাইৰ শ লৈ যোৱা নহব। তুমি মনে মনে থাকিলেও সকলো ইতিমধ্যে গম পাই ছেই। পেপাৰত হত্যাকাণ্ডৰ নায়ীকা-বুলি ওলোৱা স্বয়ংক্ৰিয় কেমেৰাই ধৰা মুখখন তুমি কালি কোঠাত দেখি থমকি বৈছিলা। তুমি বোধহয় মই সচা কওঁনে নকওঁ কিমান দূৰ সচাকওঁ চাব খুজিছিলা। ভাবিছিলা বোধ হয় ভুলতে মই তোমাক এইৰ কমত ভৰাইছিলো। মোৰ মগজে কাম কৰা নাছিল। পুৱা তুমি পেপাৰত এইৰ ফটো দেখা কথা পাহৰি গৈছিলো। সকলো তোমাক কম বুলিহে এইৰ মুখ দৰ্শন কৰাই লৈছিলো।

মাৰ মৃত্যুৰ পাচত এই বাহিৰলৈ ওলাই ওলাই অহা হৈছিল। তাইক কোনোবাই কেনেবাকৈ দেখিব লাগিলে আকৌ পুলিচৰ জেৰা হব— এই কোন? ইমান দিন কত আছিল? আগেয়ে এই ঘৰত এই থকা কথা লুকুৱাই থৈছিল কিয়? তাই ধৰা পৰিলে ময়ো জানো একে দোষৰে দোষী নহয়? এই ভাবি তাইক ওলাই সোমাই ফুৰিবলৈ মানা কৰোতে কৈছিল—'মই মুক্ত নহমেইনেকি? মোৰ মৃত্যুলৈ ভয় নাই। বিচাৰে দিয়কনা মৃত্যুদণ্ড! কিন্তু তুমি! তোমাৰ বাবেহে।' তাৰ পাচত তাই আৰু বাহিৰলৈ ওলোৱা নাছিল।

পাপাৰ ট্ৰাঙ্কৰ পৰা পিষ্টলটো এইক পৱনে উলিয়াই দিছিল। পৱনেই এইক পিষ্টল চলাবলৈ শিকই—ছিল। মোৰ অজ্ঞাতে সকলো

আশিষ যোৱাৰ পাচত মলয়ে সীতাক কলে—'তেওঁক তুমি সকলো কৈছা। কিন্তু তুমি কি জানা.কি কৈছা সেই কথা এতিয়াও মই নাজানো। কিন্তু সেই কথাই যদি তোমাক বিপদত পেলাই। তেওঁ যদি এতিয়া সোপাই মেলি দিয়ে গৈ?'

'দিলে দিয়ক।' সীতাই কথাষাৰ কৈ গম্ভীৰ মাতেৰে মলয়ক কলে—'এই ঘৰটো পাপাই মোক দিয়াৰ ইচ্ছা আছিল। খুব সোনকালে আন এটা ঘৰ তুলি ইয়াৰ পৰা সকলো যোৱাৰ ব্যৱস্থা কৰিব লাগিব।'

মলয়ে সীতাৰ মুখলৈ চাই ৰল। সীতাই দীৰ্ঘ নিশ্বাস এৰি আকৌ কলে 'পাপাইতো পথে অপথে বহুত ধনবস্তু সংগ্ৰহ কৰি গল। এই ঘৰ মাটিতে আৰু ঘৰ তুলি মা আৰু জোনালীৰ নামত দান দিম। দান দিম মানে ইয়াত এখন শিশু হাসপাতাল হব। নাম দিম জোনালী সন্ধ্যা হাস্প্যাতাল। মোক এই ঘৰ সম্পত্তি একো নালাগে। এই ডাক্তাৰী পঢ়াৰ ইচ্ছা কৰিছিল। পঢ়ি শুনি পাচত তই ইয়াক সুন্দৰ কৈ ৰখাৰ দায়ীত্ব লব পাৰিবি।'

সীতাই কোৱা কথা মলয়ে নিৰবে শুনি গল। সীতাৰ কথাই যেন তেওঁৰো কথা। সীতাই আকৌ কলে—'এই সপ্তাহতে মৃতকৰ বাবে কি কত কৰিব লাগে কৰি লওঁ। তাৰ পাচত তই হোষ্টেললৈ যা গৈ।'

এইবাৰ মলয়ে মন্তব্য কৰি লাহেকৈ কলে—'মা জোনাৰ বাবে মা জোনাৰ নামত হাসপাতালে দান দিবা। ভাল কথা। কিন্তু যাৰ ধনেৰে মা জোনাৰ নাম সোনালী আখৰে জিলিকি থাকক বুলি দান দিবা, তেওঁৰ বাবে কি কৰিবা? অৰ্থাৎ পাপাৰ নামত?

'পাপাৰ নাম ধন্য কৰিবি তইহঁতি। তইহঁতৰ নামত পাপা ধন্য হব আৰু জিলিকি ৰব। চান, চানিহঁতৰ পাপাৰ নামত জলি থকা উজ্জল বন্তি কাৰি জলাইৰখাৰ চেষ্টা কৰিম। পাপাইতো তাকেই বিচাৰিছিল। লোকে কব ৰাজখোৱাৰ ছোৱালীমলয়া ৰাজখোৱাৰপ্ৰদৰৰতুলনা নাই।

অমৃত হৃদয়ৰ মলয়ৰ স্পর্শতে কলী উঠি বহিবলৈ সক্ষম হয়। সকলোৱে কৰ কুমুদ ৰাজখোৱাৰ লৰা ছুটি হীৰাৰ টুকৰা। এনে লৰাৰ পিতৃ হবলৈ পোৱা সৌভাগ্যৰ কথা আৰু কি আছে।'

কথা কেইটা কৈ সীতাই দীর্ঘ নিশ্বাস এৰি কলে—আত্মীয় কোন কত আছে খবৰ লৈ তেওঁলোকক টেলিগ্রাম কৰি নিমন্ত্রণ কৰো। চিঠি সময়মত নাপাবগৈও পাবে। সেইয়ে চিঠি দিছে তেওঁ আ'হব খুজিছে, ভয়তে সেহাগতে আহিবলৈ দিয়া নাই। আত্মীয় কোনো নাহে যে ঠিক। তথাপি আমি আমাৰ কর্তব্য কৰিব লাগিব। তই আশিষবলৈ ট্রাঙ্কল বুক কৰি ৰাখ।'

ইয়াৰ পাচ দিনাৰ পৰাই দৰিদ্র ভোজন ও দান আৰম্ভ হল। এ সপ্তাহ জুৰি এই অনুষ্ঠান চলি থাকিল। ৰাজখোৱা গৃহলৈ দৰিদ্র ভীক্ষাৰীৰ সোঁত বৰলৈ ধৰিলে। প্রত্যেককে নানান সু-খাদ্য খুৱাৰ ব্যৱস্থাৰ লগতে প্রত্যেককে শাৰি বা ধুতি ও একোখনকৈ কম্বল দিয়াৰ ব্যৱস্থা ৰাখিছিল।

এই কামত সীতাই নিজে চকু দিলে। কোনাৱে দুই তিন দিনো আহি খোৱা ও দানলোৱা ধৰা পৰিছে যদিও তেওঁলোকে সীতাৰ পৰা কোনো কঢ় কথা শুওনে। যদি স্বাস্থ্যটি ভাল দেখে সীতাই মাথোন কয় 'তোমাৰতো আচল মূলধনটিয়েই আছে। স্বাস্থ্যটি সুন্দৰ। এই অনুষ্ঠান শেষ হোৱাৰ পাচত এদিন মোক লগ ধৰিবা।'

মিনিয়ে মাজে মাজে আহি সীতাৰ হাতৰ পৰা কাম কাঢ়িলৈ সীতাক অকন জিৰাই লোৱাৰ কথা কলে সীতাই মিনিক কয়— 'এয়ে হল আচল নাৰায়ণ পূজা। মাৰ আত্মাক নাৰায়ণে যেন মুক্তি দিয়ে। তাৰ বাবেই এই ব্যৱস্থা। আমাৰ ঘৰত বছৰি সত্য নাৰায়ণ পূজা চলি আহিছিল। পুৰুষানুক্রমে আইতাৰ পাচত সেই কামৰ ভাৰ লৈছিল। মাৰ পাচত সেই কামৰ ভাৰ পৰিল হেতেন এই ঘৰৰ বোৱাৰীৰ হাতত। বোৱাৰী অহালৈকে

মৰেই এই কামৰ ভাৰ লৈছোঁ। মোৰ হাতত থকালৈকে মই এই দৰেই নাৰায়ণ পূজা কৰি যাম।'

এইদৰে নাৰায়ণ পূজা কৰা সীতাৰ ৰূপটিয়ে আশিষৰ আকৰ্ষণ কৰিলে। আশিষৰ এনে লাগিল সীতাতকৈ সুন্দৰী আৰু উদাৰ নাৰী তেওঁ আগেয়ে দেখা নাছিল। সীতাক সহায় কৰিবলৈ তেৰো আগবাঢ়ি যায়। সীতাই তেতিয়া কয় 'মা-পাপা-জোনা তিনিওৰে আত্মাৰ সংগতিৰ বাবে এই কথা নিচেই সামান্য। মোৰ কোনো কষ্ট হোৱা নাই। মই অলপ কষ্ট পালে ভাল আছিল। কি কৰিম বাৰু ?'

অস্থায়ী ভাবে তৰি লোৱা তম্বুৰ ভিতৰ কালে যত দানৰ সামগ্ৰী আছে সেই ঠাইত বৈ মাজে মাজে সীতাই আচলৰে চকু হেচি ধৰেগৈ। মাজে মাজে মুখ চকুত পানী লৈ আহে। এই দৃশ্য আশিষৰ চকুত পৰাত আশিষে সীতাক কলে—'সীতু তুমি কান্দিছা ?'

সীতাই গভীৰ মাতেৰে কলে—'মা পাপাৰ মৃত্যুতে মোৰ কন্দা নহল। মাৰ মৃত্যুত ভয় আতঙ্কত মোৰ চকুৰ পানী শুকাই গৈছিল। গুলিৰ শব্দ শুনি মই লৰি আহি পাচফালৰ বাৰান্দাত জোনালীক পাওঁ। আগফাললৈ গৈ মাক পৰি থকা দেখি লৰি সোমাই আহিলো। মাৰ কাষত মলয় নিশ্চল মূৰ্তিৰ দৰে থিয় হৈ আছিল। তাই মোক দেখা পোৱা যেন নালাগিল। মই গৈ পাপাৰ অৰ্থাৎ মাৰ বেড্‌ৰুমত সোমালোঁগৈ। পাপাৰ ৰিভলভাৰটো থোৱা ঠাইৰ পৰা লৈ মই ওলাই যাওঁতে মলয়ে লৰি আহি মোৰ পাত খুন্দা-মাৰিলেহি।

ইয়াৰ পাচত মোৰ হাতৰ পৰা সৰি পৰা ৰিভলভাৰটো লৈ মলয় কলৈ গল, কি কৰিছে চাবলৈ মোৰ কোনো হুচেই নহল। মই পাপাক জপাই ধৰাটো দি লৰি গৈ কোঠাৰ দুৱাৰ মাৰি

সোমালোগৈ। যাওঁতে দেখি যাওঁ পৱনে জোনালীক হাতত ধৰি ততাতৈয়াকৈ জোনালীৰ কমৰ ফালে গৈছে।

বুকুত গাৰু এটা গুজি মই বিছনাত পৰি ৰলো। পুলিচ কেতিয়া আহিল। পোষ্টমৰ্টমৰ বাবে ডেড্‌বডি কেতিয়া নিলে মই গমকে নাপালো।'

এসপ্তাহ জোৰা নাৰায়ন পূজা যিদিনা শেষ হল সিদিনা নিশা দিনাৰ প টিৰ আয়োজন কাৰি কুমুদৰাজখোৱা সন্ধ্যাদীপ ৰাজখোৱাৰ বন্ধু-বান্ধৱী সকলক, চহৰৰ বিশেষ বিশেষ ব্যক্তিক নিমন্ত্ৰণ কৰা হল।

সীতাই কুমুদ ৰাজখোৱাৰ আলমাৰি খুলি তাত থকা বিলাতী মদৰ বটলবোৰৰ ওপৰত থকা লেবেল চাই নামবোৰ লিখি পৱনৰ হাতত দি সকলো প্ৰস্তুত কৰি ৰখাৰ ভাৰ দিলে পৱনক।

কুমুদ ৰাজখোৱাৰ ছবি ছবি লগা ঘৰটি সজোৱা কামতো সীতাই চকু দিলে। থোপে থোপে ফুলা ৰজনী গন্ধাৰ প্ৰকাণ্ডটাৰ ছুটা থলে গেটৰ মুখত। মাকৰ প্ৰিয় ফুল। এই ফুলতে নিশা ভৰ দি মাকে যেন নিমন্ত্ৰিত অতিথি কিনিৰবেস্বাগত জনাব। বৰ বিৰন্নভাবেৰে গেটৰ মুখৰ পৰা খট্‌খটীৰ ওপৰেদি ৰাবান্দালৈকে পৰি আছে নীলা কাৰ্পেট খন। বাবান্দা সু-সজ্জিত ড্ৰইংৰুম সকলোতে নীলা কাপেট চিলিংখনত বগা নীলা হালধীয়া সৰু সৰু বাৰবোৰ তৰাৰ দৰে জ্বলি আছে।

অভ্যাগত অতিথিৰ বাবে ইফালে সিফালে চাৰিওফালে ডানল'পিল'ৰ চোফা চকি পৰা আছে। বাবান্দাৰ এমূৰৰ চকি এখনত বহি আৰ্শিৰে মানুহ অহা আৰু যোৱা চাই আছে। বাবান্দাৰ কিনাৰত ৰখা হৈছিল বগা গোলাপ ফুলৰ প্ৰকাণ্ড প্ৰকাণ্ড টাববোৰ। সাধাৰণতে এইবোৰ থাকে ছাদত।

জীৱন মহন্তৰ গাড়ীখন আহি পদূলিত ৰলহি। তাৰ পৰা নামি অহা জীৱন মহন্তই ৰজনী গন্ধা ফুলৰ টাব ছুটাৰ ওচৰত কন্তেক থমকি

বৈছিল। তাৰ পাচত নীলা কাৰ্পেটৰ ওপৰত ভৰি দি গম্ভীৰ খোজে-ৰে তেওঁ ভিতৰ ফালে আগবাঢ়িল। তেওঁৰ অজ্ঞাতে তেওঁলৈ লক্ষ ৰাখিল পুলিচ পহৰাই। ইফালে আন এজনৰ ওপৰতো সজাগ দৃষ্টি ৰখা হৈছে। তেওঁ হল ডঃ আৰ্শিষ দত্ত।

জীৱন মহন্তক দেখি আৰ্শিষ বহাৰ পৰা উঠিল। তেওঁ জীৱন মহন্তৰ লগত পৰিচয় হোৱাৰ কথা ভাবিছিল। তেওঁক চিনি নাপালেও খোজে কাটলে লোকে প্ৰমান পায় মানুহ জন যে বেচ ওখ খাপৰ। তেওঁ যে মাৰ্জিত ভদ্ৰলোক। এই কথা প্ৰমাণ কৰে তেওঁৰ গম্ভীৰ চেহেৰাই। তেওঁৰ পদ কি নাজানিলেও দেখিলেই ধৰিব পাৰি তেওঁ যে উচ্চপদস্থ বিষয়া।

কেইখোজ মান আগবাঢ়ি আহি আৰ্শিষ বৈ গল। তেওঁ দেখে সীতা আগবাঢ়ি গৈ জীৱন মহন্তক হাতত ধৰি ভিতৰলৈ লৈ গৈছে। আৰ্শিষে সীতাক অনুসৰণ কৰি আগবাঢ়িল। সীতাই জীৱন মহন্তক মাকৰ শয়ন কক্ষলৈ লৈ গল। তাকে দেখি আৰ্শিষ ক্ষন্তেক নিৰলে থকাৰ আশাৰে ছাদলৈ উঠি গল; কৰলৈ গলে ইমাণ সময় তেওঁ জীৱন মহন্তৰ প্ৰতিক্ষাতে আগকালে ৰহি আছিল।

সীতাই জীৱন মহন্তক কলে—'আপুনি ইয়াতে বহক। বাহিৰত প্ৰত্যেকৰে চকু ঘূৰি আপোনাৰ মুখত পৰিব। আমাৰ ঘৰৰ লগত সম্পক ৰখা বুলি আপুনি এতিয়া প্ৰত্যেক-ৰে আলোচনাৰ বিষয়। প্ৰায় সকলোৰে' বুলি সীতা থমকি বৈ গল। সীতাই কব খুজিছিল প্ৰায় সকলোৰে ধাৰনা মই অৰ্থাৎ মোৰ ৰূপে আপোনাক জালত পেলালে।

মাকৰ ডায়েৰীখন আনি-সীতাই জীৱন মহন্তৰ হাতত দি কলে 'মই আহিম। আপুনি এইখনৰ পাততে চকু ফুৰাওক।'

কি এইখন ?'

'মা ইয়াতে আছে। এইখন মাৰ স্বীকাৰোক্তি।'

কথাষাৰ কৈয়েই সীতা গুতাতৈয়াকৈ ওলাই গল। নিজৰ

কোঠাত গৈ বিছনাত পৰিবলৈ লৈ তেওঁৰ বিছনাত 'চান'ক পৰি থকা দেখি কলে—কি হল পৰি আছ যে? গা-বেয়ানেকি? কথাষাৰ কৈয়েই চানৰ কপালত হাত দি চালে। চানে কলে 'একো হোৱা নাই।'

'তেন্তে যাচোন আচুদাক মাতি আনগৈ।'

চানে আৰ্শিষক বিচাৰি মাতি আনিলে। ক্লান্তভাবে পৰি থকা সীতালৈ চাই আৰ্শিষে কলে—'তুমি ভাগৰি পৰিছা।' "সচাই ভাগৰ লাগিছে। আজি কালি মই বৰ ক্লান্তি অনুভৱ কৰো। চাৰিমাহ মানৰ পৰা মোৰ স্বাস্থ্য ভাগি আহিছে। সকবে পৰা মলয় ও মই একে স্বাস্থ্যৰে আছিলো। মাজতে মই তাইক পাচ পেলাই· ছিলো।

মলয়াই আহোতে এবাৰ যাওঁতে এবাৰ অতিথি সকলক মাত দিয়াত ব্যস্ত। গৃহস্থৰ পৰা মাত এষাৰো নোপোৱা দুঃখলৈ যাতে কোনো নাযায়। অতিথি সকলৰ মাজে মাজে খুব সন্তৰ্পনে তেঁও খোজ পেলাই ঘুৰিছে। তেঁওৰ গাত এখন নীলা শাৰী। গম্ভীৰ এযোৰ চকু। অসম্ভৱ কোমলতা থকা অসম্ভৱ ধুনীয়া মুখ। মুখত মৰম লগা এটি হাঁহি। সকলোৰে চকু মলয় বাজখোৱাৰ ওপৰত। কোনোবাই মলয়ে মুণ্ডনাকৈ কৈছে—"ছোৱালীজনীৰ খোজত সম্ৰাজ্ঞীৰ আত্মসচেতনা।' কোনোবাই কৈছে—'ছোৱালীজনীৰ ব্যৱহাৰত বিনয়তা আছে। মধুৰ ব্যৱহাৰ।' কোনোবাই কৈছে—

'ছোৱালী জনীৰ মুখখনত শিশুৰ প'ৱত্ৰতা স্পষ্ট ভাবে ফুটি আছে। যেন এটি দেৱ শিশুহে। দেখিলেই বুজা যায় এওঁ অসম্ভৱ সৰল হব।'

জীৱন মহন্ত সোমাই আহোতে ভদ্ৰভাবে মলয়ে তেওঁক এটি হাঁহিৰে যুৰটো সামান্য দোৱাই অভিবাদন জনাইছিল। ঠিক সেই সময়তে সীতা আগবাঢ়ি আহি জীৱণ মহন্তক হাতত ধৰি ভিতৰলৈ লৈ গল।

সীতাৰ ওপৰতো সকলোৰে লক্ষ আছিল। দুই এগৰাকী মহিলাই মৃদু গুঞ্জন তুলিলে। কোনোবাই কৈছে—ছোৱালী জনীৰ কালে মন কৰিছিলনে ? মন নকৰিলে অৱশ্যে ঘপহ্‌কৈ চকুত নপৰে। কোনোবা এগৰাকীয়ে কৈছে—

'আজ মহন্ত আহিছে। তেৱেঁই ভিতৰলৈ লৈ গৈছে। মহন্ত অৱশ্যে এওঁলোকৰ জন্মৰ আগতেও আহ যা কৰিছিল'। এগৰাকীয়ে কলে 'বয়সত বৰ বেচি অমিল হব।'

নীল বসনা ৰাজকন্যা আহি পৰাত তেওঁলোকৰ গুঞ্জন হঠাতে বন্ধ হল। এই সময়ত সচাই মলয়ক সম্রাজ্ঞীৰ দৰেই লাগিছে। এৱেঁই যেন সর্ব্বশ্রেষ্ঠ সম্মানিতা ব্যক্তি। মলয়ে বুজিলে তেওঁলোকে যে সীতাৰ বিষয়েই আলোচনা কৰিছিল। মলয়া সেই ঠোঁৰতে থমকি ৰল। মুখ তুলি পূর্ণ দৃষ্টিৰে মানুহ কেইগৰাকীৰ মুখলৈ চাই কলে—'সীতাবাৰ পেটত টিউমাৰ হৈছে। এই মাহতে ডাঃ দাসে অস্ত্রোপ্রচাৰ কৰিব।'

কথাষাৰ কৈয়েই কাকো একো সুধিবলৈ কবলৈ সুবিধা নিদি মলয়া ভিতৰ সোমাই গল। বায়েকক এই বিষয়ে সতর্ক কৰি দিব লাগিব।

সীতা ছাদত আছিল। তাতে গৈ মলয়ে সীতাৰ ওচৰত আশিষকো দেখিলে। তেওঁ সীতাক অকমমান আতৰাই আনি কলে—

'তুমি আক বাহিৰলৈ যাব নালাগে। বাহিৰত তোমাক লৈ গুঞ্জন উঠিছে। মই হঠাতে অকন শুনিলো। তেওঁলোকক তোমাৰ টিউমাৰ হোৱা বুলি কৈছো।

'ওই সকাই পৰাই মিছা কব নালাগে। কোনোবাই আকৌ এই বিষয়ে কিবা কলে কৈ দিবি, মোৰ এই গ্লানিৰ কাৰণ সত্যব্রত। সেয়েহে মই সত্যব্রতৰ মৃত্যুত জোৰ কৰিও অকনমান শোক কৰিব নোৱাৰিলো। যা ওই বাহিৰলৈ যা।

কথাষাৰ কৈয়েই সীতা আকৌ আশিষৰ কাষ চাপি গল।

মলয়ে সেই ঠাইতে কিছুসময় নিৰবে বৈ থাকি ভাবিলে সীতাই কি কলে ? এই বাবেই সত্যব্ৰত মৃত্যু মুখত যদি পৰিছে, তেন্তে তেওঁৰ হত্যাকাৰী সীতা নহলেও সীতাই হল তেওঁৰ মৃত্যুৰ কাৰণ। নিশ্চয় তেওঁৰ হত্যাকাৰীক সীতাই উৎসাহ যোগাইছিল।

ইতিমধ্যে মলয়ে সকলো গম পাব লাগিছিল। কিন্তু তেওঁ একো কথাই এতিয়াও গম পোৱা নাই। পেপাৰ পঢ়াও মলয়ৰ অভ্যাস নাই। তেওঁতো কোনোদিন কোনো কথাই শুনিব বা বুজিব নোখোজে। সত্যব্ৰতৰ হত্যাকাৰীৰ মুখ কাগজে কাগজে প্ৰকাশ হৈছিল। সেই কাগজবোৰতো এতিয়াও তেওঁলোকৰ ঘৰত আছে।

এ সময়ত সেই ঠাই ত্যাগ কৰি ধীৰে ধীৰে মলয় তললৈ নামি আহিল। মাকৰ কমত সোমাই দেখে জীৱন মহন্ত অকলৈ বহি আছে। তেঁও গড়ৰেজৰ আলমাৰিৰ ওপৰত থকা সন্ধ্যা ৰাজখোৱা ও কুমুদ ৰাজখোৱাৰ ফটোখনলৈ একদৃষ্টিৰে চাই আছে। ফটোখনত সজীৱ ফুলৰ মালা অৰা আছিল। ওচৰত ধূপদানীত সুগন্ধি ধূপ জলাই থোৱা হৈছে।

মলয়াই জীৱন মহন্তৰ ফালে চালে। তেওঁক বৰ শান্ত সমাহিত যেন দেখা পালে। মলয়ে ভাবিলে সীতাবায়েনো বাক এওঁক আনি অকলৈ কিয় ভিতৰত বহুৱাই থৈছে। তেওঁ ওচৰ চাপি আহি মাত দিলেহি—'আপুনি ইয়াত অকলৈ বহি আছে। বেয়া লাগিছে নিশ্চয়—।'

'মলয়া—?' জীৱনমহন্তৰ মাতত প্ৰশ্ন।

'হয় মই মলয়া। কালিলৈ মই হোষ্টেললৈ যামগৈ। মই ইয়াত নাথাকো।'

কথাষাৰ কৈ মলয়ে জীৱন মহন্তৰ সন্মুখত বিছনাত বহি তেওঁৰ মুখত দৃষ্টি ৰাখি লাহেকৈ সুধিলে—

'আপোনাৰ বাক কি ধাৰণা মা-পাপাৰ হত্যাকাৰী ধৰা নপৰিবইনেকি ?'

'তদন্ত চলি আছে। নিশ্চয় এদিন হত্যাকাৰী ধৰা পৰিবই। সত্যব্ৰতৰ হত্যাকাৰী এক প্ৰকাৰৰ ধৰা পৰিছেই এতিয়া তেওঁক বিচাৰ উলিয়াব পৰিলেই হয়। পুলিচৰ কুকুৰ নাম থকা ডিটেক্‌টিভ লাগি আছে। আশাকৰো খুব সোনকালেই তেওঁক ধৰিবলৈ সক্ষম হব।'

'তেওঁক মানে?'

'সত্যব্ৰতক হত্যাকৰা হত্যাকাৰীক স্বয়ংক্ৰিয় কেমেৰাই ধৰি ৰাখিছিল তেওঁ এজনী ছোৱালী।'

'এজনী ছোৱালী? সীতাৰা নহয়তো?' মলয় উচপথাই উঠিল।

'তেনকৈ কিয় কেলা। তেওঁ নহয়। তুমি কাগজত হত্যাকাৰীৰ ফটো দেখা নাই?'

'মই কাগজ নাচাও।'

'অ'—সীতাই কৈছিল—তুমি আমাৰ জগতত অহল্যা।'

'আপোনাৰ হাতত নিশ্চয় এইখন মাৰ ডায়েৰী। আপোনাক নিশ্চয় সীতাবায়ে পঢ়িবলৈ দি গৈছে।' মলয়ৰ দীৰ্ঘ নিশ্বাস পৰিল। তেওঁ আকৌ কলে—

'সীতাবায়ে আক এজনক এইখন পঢ়িবলৈ দিছিল।'

'কাক?'

'তেওঁ সম্পৰ্কত আমাৰ একো নহয়। কিন্তু এনে লাগে তেওঁৰ বাদে আমাৰ যেন আত্মীয় হিতাকাঙ্খী আক কোনো নাই। তেওঁৰ নাম আৰ্শিষ দত্ত। ডঃ আৰ্শিষ দত্ত।

'মলয়া তুমি এনেকৈ…' অত্যন্ত গম্ভীৰ মাতেৰে জীৱন মহন্তই কৰ খোজা কথা সমাপ্ত নকৰাকৈ বৈ দিলে। মলয়ৰ বিষন্ন মুখলৈ চাই তেওঁ কৰ খুজিছিল—এনেকৈ নকৰা। মইতো আছো। কিন্তু তেনে ভাব তেওঁ কথাৰে প্ৰকাশ কৰিব নোৱাৰিলে। তেওঁৰ বুকুৰ এই বিশটো চিৰ দিন অপ্ৰকাশিত হৈয়েই ৰব। তেওঁৰ আন্তৰিকতা তেওঁৰ

শুভ কামনা, তেওঁ কাৰ্য্যৰে বা কথাৰে প্ৰকাশ কৰিব নোৱাৰে। তেওঁৰ বুকুৰ নিবিড় মৰমৰ মাতটিও বুকুৰ পৰা আহি যেন ভিত্তিতে বাধা পায় কপি উঠে। মলয়ে সুধিলে—

'আপুনি কিবা কব খুজিছিল ?'

'সীতাই ভুল কৰিছে। ডায়েৰীখন লোকক দেখুৱা বস্তুনেকি ? পুলিচে পালে এইখন লৈ যাব। গুপুতে ৰখা কথা। তাতে লিখক চিখক বোৰক এনেবোৰ বস্তু দেখুৱাব নালাগে। কৰপৰা কি নি কত কি লিখিবগৈ। মানে মই গল্প উপন্যাস লিখাৰ কথা কৈছো।

ঠিক সেই সময়তে বাহিৰত গুলিৰ শব্দ শুনা গল। জীৱন মহন্তই হাতত পকা বন্ধা বহীখন লৈয়েই খপহঁকৈ থিয় হল। ততাতৈয়াকৈ তেওঁ বাহিৰলৈ ওলাই আহিল। তেওঁৰ পাচতে মলয়ো ওলাই আহিল। মলয় কিন্তু খপহঁকৈ উঠাও নাছিল। ততাতৈয়াকৈ খোজো দিয়া নাছিল। ক্ষন্তেকলৈ তেওঁ যেন স্তব্ধ হৈ গৈছিল।

ছাদত কোনো ঠাইতে লাইট জ্বলি থকা নাছিল। সেই বুলি অন্ধকাৰো নাছিল। আকাশত শুক্লপক্ষৰ জোন। মেঘ ভৰি তৰা জ্বলি এৰেছে। মাথোন পানী টেঙ্কিটোৰ একাষে টেঙ্কিটোৰ ছাঁ পৰি আছিল। সীতাই দেখে সেই ঠাইতে কোনোবা এজন অদৃশ্য হৈ গল। বোধহয় এতিয়া সেইফালেই তললৈ নামিল। তেওঁ লৰি গলে নিশ্চয় হত্যাকাৰীক দেখা পালে হেতেন। কিন্তু তেওঁ আশিষক এৰি নগল আশিষৰ মুখত এখন হাত আৰু বুকুত এখন হাত দি তেওঁ মাথোন আতঙ্কিত ভাবে কৈছে—'না-না-না। তুমি আমাক এৰি নাযাবা। না—না—না।'

আশিষক হাস্পাতাললৈ লৈ অহা গাড়ীত জীৱন মহন্ত সীতা মলয়াও উঠিল। অতিথি সকল কোন কত আছিল সকলো আবদ্ধ হৈ ৰব লগীয়া হল। এওঁলোক ওলোৱা সোমোৱাত পুলিচ পক্ষৰ বাধা পৰিল।

পাচদিনা ডাঙৰ ডাঙৰ আখৰেৰে কাগজে কাগজে এই কথা প্ৰকাশ হ'ল। নতুনকৈ ৰাজখোৱা পৰিয়ালৰ লগত নিবিড় সম্পৰ্কলৈ অহা ডঃ আশিষ দত্ত কো হত্যা কৰাৰ চেষ্টা কৰা হৈছিল। গুলি নিশ্চয় বুকুলৈকে লক্ষ কৰি এৰা হৈছিল। হঠাৎ তেওঁ ঘূৰি দিয়াতেই নে কি গুলি লাগে বাহুত। এই হত্যাকাণ্ডৰ নায়কৰ হাতত গুলি লগাৰ পাচত ৰক্ষা পৰা লোক এয়েই প্ৰথম। এওঁকো তত্তা ব'ৰৰ পিষ্টলৰ গুলিৰ দ্বাৰাই হত্যা কৰাৰ চেষ্টা কৰা হৈছিল।

মুখে মুখে মানুহৰ এযাৰ কথাই শুনা গল এইবাৰ জাজ মহন্তৰ সাৱধান হবৰ হল। কিছু দিনৰ পৰা মহন্তক ৰাজখোৱা গৃহত মাজে মাজে দেখা গৈছে। সীতাৰাজখোৱাকো প্ৰায়েই তেওঁৰ বঙলাত দেখা যায়।

যি সময়ত আশিষৰ মাক ককায়েক বৌয়েক হন্ত আহি হাসপাতালত উপস্থিত হলহি সেই সময়ত আশিষৰ কাষত সীতা বহি আছিল। মাকে সীতাক দেখি 'ফোচ'-কৈ উঠিল—

'তুমি মোৰ লৰাৰ নাম যশ শুনি তাক গ্ৰাস কৰিবলৈ পাগলৰ ভাও ধৰি মোৰ ঘৰ ওলাইছিলাগৈ।

'মা এওঁ সীতাহে। তোমাৰ ঘৰত ওলোৱা জনীৰ বায়েক এওঁ। আশিষে আক কিবা কৰলৈ লৈছিল। মাকে উত্তপ্ত কণ্ঠেৰে আকৌ কলে 'সীতা সাবিত্ৰী যেই হঁওক মোক নালাগে। চেহেৰা একে জন ছোৱালী। মনছুটিও একেই কোনো কথা নাই। কিবা এটা ৰহস্য নহলে ঘৰখনক কেন্দ্ৰ কৰি ইমানবোৰ হত্যাকাণ্ড কিয় হব? সুন্দৰী মাক, সুন্দৰী জীয়েক। আধুনীকা সুন্দৰী হঁতৰ প্ৰেম সংক্ৰান্ত ঘটনাতে নিশ্চয়···।

ইমানতে কথা বদ্‌লাই কলে—'আমি যোৱাৰ আগতে ভাই-ভাবে তোমাক নমাই আহকগৈ। আমি ইয়াক এতিয়া লৈযাম। কোনো দিন মোৰ লৰাৰ লগত আক যোগাযোগ কৰিবলৈ নিবিচাৰিবা।'

সীতাই যাবলৈ প্ৰস্তুত হৈ কলে—'আমাৰ গাড়ী ও ড্ৰাইভাৰে মোক লৈ যাবলৈ অপেক্ষা কৰি আছে। ধন্যবাদ।'

কথাষাৰ কৈ সীতাই অশিষৰ চকুত পূৰ্ণ দৃষ্টি পেলাই ততাতৈয়াকৈ বাহিৰ ওলাই গল। তেওঁৰ খোজৰ জোটাৰ শব্দটো ক্ৰমাত অস্পষ্ট হৈ আহিল। ক্ৰমাত সেই অস্পষ্ট শব্দ ও হেৰাই গল। আশিষে দীৰ্ঘ নিশ্বাস এৰি মাকক কলে—

'একো নজনা মুবুজাকৈ এনে কঢ় ব্যৱহাৰ কৰি কটু কথা নোকোৱাই ভাল আছিল। যোগাযোগ কি জানি মৱে ৰাখিবলৈ বিচাৰিছিলো যোগাযোগ কিজানি মৱেই ৰাখো। কি জানি মই…।'

সমাপ্ত